(পুৰণি)

# কামৰূপৰ ক্ষত্ৰিয়জাতি।

শৌৰ্য্য বীৰ্য্য, প্ৰভু-ভাৱ, নিপুণতা, দান,
যুদ্ধত দৃঢ়তা, ধৈৰ্য্য ক্ষত্ৰিয় লক্ষণ ॥—গীতা।

শ্ৰীগৌৰীকান্ত তালুকদাৰ বি, এল।



প্ৰকাশক
শ্ৰীহৰিমল্ল বৰ্ম্মা
আৰু
শ্ৰীকৃষ্ণৰাম বৰ্ম্মা
গুৱাহাটী।

( পূৰণি )

# কামৰূপৰ
# ক্ষত্ৰিয় জাতি ।

শৌৰ্য্য, বীৰ্য্য, প্ৰভু-ভাব, নিপুণতা, দান,
যুদ্ধত দৃঢ়তা, ধৈৰ্য্য ক্ষত্ৰিয়-লক্ষণ ॥—গীতা ।

শ্ৰীগৌৰীকান্ত তালুকদাৰ বি, এল ।

প্ৰকাশক

শ্ৰীহৰিমল্ল বৰ্ম্মা
আৰু
শ্ৰীকৃষ্ণৰাম বৰ্ম্মা
গুৱাহাটী ।

মূল্য চাৰি অনা মাত্ৰ ।

# ভূমিকা।

——:*:——

গৌৰৱময় ক্ষত্ৰিয় কুলত জন্মিও কলিতা সকলৰ ভিতৰত কোনো কোনোৱে সম্পূৰ্ণৰূপে ক্ষত্ৰিয়ৰ আচাৰ পালন কৰা বিষয়ত কিছু পৰিমাণে অৱহেলা আৰু শিথিলতা দেখুৱাইছে। তাৰ পৰা আমাৰ জাতীয় গৌৰৱত আঘাত পৰিছে আৰু ধৰ্ম্মতো ব্যাঘাত ঘটিছে। যাতে আমাৰ মনৰ অলসতা দূৰ হয়, ধৰ্ম্ম-কাৰ্য্যৰ প্ৰতি শ্ৰদ্ধা বৃদ্ধি হয, আধ্যাত্মিক জ্ঞান আৰু সাধনাৰ নিমিত্তে লিপ্সা বৰ্দ্ধিত হয় আৰু শৌৰ্য্য, বীৰ্য্য, ধৈৰ্য্য, দক্ষতা, সাহস, দানশীলতা প্ৰভৃতি ক্ষত্ৰিয়ৰ লক্ষণবোৰ আমাৰ ভিতৰত পৰিস্ফুট হয়, সেই আশাৰ বশবৰ্ত্তী হৈ আৰু লিখকৰ জ্যেষ্ঠ সহোদৰ শ্ৰীযুত অভিৰাম তালুকদাৰ মহাশয়ৰ বিশেষ আগ্ৰহ আৰু অনুৰোধত এই ক্ষুদ্ৰ পুথিখনি প্ৰকাশ কৰা হ'ল। ইয়াৰ পৰা আমাৰ সমাজৰ যৎকিঞ্চিৎ উপকাৰ হলেও আমি পৰম সন্তোষ পাম আৰু আমাৰ পৰিশ্ৰম সফল হ'ল বুলি বিবেচনা কৰিম।

পুথিখনিৰ নামৰ বিষয়েও ইয়াতে এটি কথা কৈ থোৱা উচিত। কামৰূপ বুলিলে আজি কালি সাধাৰণতঃ বৰ্ত্তমান কামৰূপ জিলাখনকে বুজায়। কিন্তু পুৰণি কালত কামৰূপ দেশ বুলিলে সমুদায় অসম দেশখনকে বুজা গৈছিল। আমি এই পুথিৰ নাম 'কামৰূপৰ ক্ষত্ৰিয় জাতি' বোলোতে পুৰণি কামৰূপহে উল্লেখ কৰিছোঁ আৰু এই পুথিত সমগ্ৰ অসম দেশৰ কলিতা জাতিৰ বিষয়ে আলোচনা কৰিছোঁ। অকল বৰ্ত্তমান কামৰূপ জিলাৰ কলিতা সকলৰ বিষয়ে এই পুথি লিখা হোৱা নাই।

এই পুথি প্ৰস্তুত কৰা কামত লিখকৰ বিশেষ একো কৃতিত্ব নাই। ইয়াক কেৱল কেইজনমান চিন্তাশীল মনিষীৰ মত আৰু গবেষণাৰ ফল আৰু কিছু শাস্ত্ৰৰ বচন সংগ্ৰহ কৰি এক স্থানত সমাবেশ কৰা হৈছে। যিসকল সুধীজনৰ চিন্তাৰ ফল আমি ইয়াত ব্যৱহাৰ কৰিছোঁ তেখেত সকলৰ ওচৰত লিখক সম্পূৰ্ণৰূপে ঋণী আৰু লিখকে ইয়াতে তেখেত সকলৰ ওচৰত অন্তৰৰ কৃতজ্ঞতা প্ৰকাশ কৰিলে। ইতি।

গুৱাহাটী— লিখক।

আহাৰ মাহ, ১৩৩১।

# স্তোত্র ।

নমস্তে সতে সর্ব্বলোকাশ্রয়ায়,

নমস্তে চিতে বিশ্বৰূপাত্মকায় ।

নমোঽদ্বৈততত্ত্বায় মুক্তিপ্ৰদায়,

নমো ব্ৰহ্মণে ব্যাপিনে নিৰ্গুণায় ॥ ১ ॥

হে প্ৰভু, তুমি সৎস্বৰূপ আৰু সৰ্ব্বলোকৰ আশ্ৰয়, তোমাক নমস্কাৰ । তুমি চিৎ অৰ্থাৎ জ্ঞান-স্বৰূপ আৰু বিশ্বৰূপ, তোমাক নমস্কাৰ । তুমি অদ্বৈততত্ত্ব( অৰ্থাৎ তুমি বিনে আৰু স্বতন্ত্ৰ দ্বিতীয় কোনো নাই ) তুমি মুক্তিদাতা, তোমাক নমস্কাৰ । তুমি সৰ্ব্বব্যাপী নিৰ্গুণ ব্ৰহ্ম, তোমাক নমস্কাৰ ।

ত্বমেকং শৰণ্যং ত্বমেকং বৰেণ্যম্ ,

ত্বমেকং জগৎকাৰণং বিশ্বৰূপম্ ,

ত্বমেকং জগৎকৰ্ত্তৃ পাতৃ প্ৰহৰ্ত্তৃ

ত্বমেকং পৰং নিশ্চলং নিৰ্ব্বিকল্পম্ ॥ ২ ॥

হে পৰমাত্মন, তুমি সকলৰে একমাত্ৰ আশ্ৰয়-স্থান, তুমি একমাত্ৰ বৰণীয়, তুমি এই জগতৰ একমাত্ৰ কাৰণ, তুমি বিশ্বৰূপ, তুমি এই জগতৰ

একমাত্র সৃষ্টিকর্ত্তা, পালনকর্ত্তা আৰু সংহাৰকর্ত্তা, তুমিয়ে একমাত্র সবাতকৈ শ্রেষ্ঠ, নিশ্চল আৰু নির্ব্বিকল্প । ২ ।

ভয়ানাং ভয়ং ভীষণং ভীষণানাম্,
গতিঃ প্রাণিনাং পাবনং পাবনানাম্ ।
মহোচ্চৈঃ পদানাং নিয়ন্তৃ ত্বমেকম,
পৰেষাং পৰং ৰক্ষণং ৰক্ষণানাম ॥ ৩॥

হে প্রভু, তুমি ভয় সমূহৰো ভয়, ভীষণসকলৰো ভীষণ, তুমি প্রাণীসকলৰ গতি অর্থাৎ আশ্রয়, তুমি পাবনসকলৰো পাবন, তুমি মহৎপদসমূহৰো নিয়ন্তা, তুমি শ্রেষ্ঠতকৈও শ্রেষ্ঠ, তুমি সকলো ৰক্ষকৰো ৰক্ষক । ৩ ।

পৰেশ প্রভো, বিশ্বৰূপাবিনাশি
অনির্দ্দেশ্য সর্ব্বেন্দ্রিয়াগম্য সত্য ।
অচিন্ত্যাক্ষৰ ব্যাপকাব্যক্ততত্ত্বা
জপাভাসকাধীশ পায়াদপায়াৎ ॥ ৪ ॥

হে পৰমেশ্বৰ, হে প্রভু, হে বিশ্বৰূপ, হে অবিনাশি, হে অনির্দ্দেশ্য ( অবোধ্য ), হে সর্ব্বেন্দ্রিয়ৰ অগম্য, হে সত্য, হে অচিন্ত্য, হে অক্ষৰ (ক্ষয়হীন), হে ব্যাপক, হে অব্যক্তস্বৰূপ, হে অজপাৰ ( শ্বাস-

প্ৰশ্বাসৰ ) প্ৰকাশক ( প্ৰবৰ্ত্তক ), হে অধীশ্বৰ, তুমি বিপদৰ পৰা ৰক্ষা কৰা । ৪। ।

তদেকং স্মৰাম স্তদেকং ভজাম

স্তদেকং জগৎসাক্ষীৰূপং নমামঃ ।

সদেকং নিধানং নিৰালম্বমীশম্,

ভবাম্ভোধি-পোতং শৰণ্যং ব্ৰজামঃ ॥ ৫ ॥

আমি সেই এক ব্ৰহ্মক স্মৰণ কৰোঁ, সেই এজনকে ভজনা কৰোঁ, এই জগতৰ একমাত্ৰ সাক্ষী-স্বৰূপ সেই এজনকে নমস্কাৰ কৰোঁ; সেই একমাত্ৰ সৎ, সকলৰে আশ্ৰয়স্বৰূপ, অবলম্বনৰহিত, সংসাৰ-সাগৰৰ নৌকাস্বৰূপ অদ্বিতীয় ঈশ্বৰৰ আমি শৰণাপন্ন হওঁ ।

——:※:——



## স্মুচী।

( পুৰণি )

# কামৰূপৰ ক্ষত্ৰিয় জাতি।

## প্ৰথম অধ্যায়।



### কলিতাসকল অসমত আৰ্য্য উপনিবেশ স্থাপন-কৰ্ত্তা আৰ্য্যসকলৰ বংশধৰ।

১। অতি পুৰণি কালত আমাৰ এই অসমদেশ নানা অনাৰ্য্যজাতিৰ বাস-ভূমি আছিল। পিছত আৰ্য্যসকলৰ এটি শাখা ইয়ালৈ উঠি আহি ইয়াৰ অনাৰ্য্যজাতিৰ লোকসকলক বশীভূত কৰি অসম দেশত আৰ্য্যৰ উপনিবেশ ( অৰ্থাৎ নতুন বাস-স্থান) স্থাপন কৰিছিল। আৰু ইয়াত আৰ্য্যজাতিৰ ভাষা, ধৰ্ম্ম আৰু সভ্যতা বিস্তাৰ কৰিছিল।

২। অসমদেশৰ পুৰণি ইতিহাসৰ বিষয়ে গম্ভীৰভাবে অনুসন্ধান কৰোঁতা মেজৰ হ্যানে চাহাবৰ মত এই—Major Hannay × ×

who made considerable research into the ancient history of Assam, is of opinion that Kamarupa was one of the earliest conquest of the Hindu Khettri Kings about 400 B. C.—যে "অতি পুৰণি কালতে, অনুমান খৃষ্ট-জন্মৰ ৪০০ বছৰ পূৰ্ব্বেই হিন্দু ক্ষত্ৰিয় ৰজাসকলে জয় কৰি যিবোৰ দেশত হিন্দু ৰাজত্ব স্থাপন কৰিছিল প্ৰাচান কামৰূপ দেশখনো তাৰে ভিতৰৰে এখন।" ইয়াৰ তাৎপৰ্য্য এই যে, পুৰণি কামৰূপ দেশখনত অনুমান ২৩২৪ বছৰ পূৰ্ব্বে হিন্দু ক্ষত্ৰিয় ৰজাই আদিম অধিবাসী সকলক জয় কৰি হিন্দু ৰাজত্ব স্থাপন কৰিছিল।

ডেখেতৰ মতে পুৰণি ভাষ্মক নগৰ আৰু পৃথিমীনগৰ ২০০০ বছৰৰো পূৰ্ব্বে ক্ষত্ৰিয় ৰজাৰ দ্বাৰা স্থাপিত নগৰ। "Hannay is of opinion that they ( Bishmaknagar and Prithiminagar ) were occupied in the times of the Khettri Kings over 2000 years ago."

৩। খৃষ্ট-পূর্ব্ব ৩১৬—২৯২ বছৰৰ ভিতৰত অর্থাৎ এতিয়াৰপৰা ২২৪০—২২১৬ বছৰৰ পূর্ব্বে ইতিহাস প্রসিদ্ধ চন্দ্রগুপ্তৰ ৰাজত্ব কালত স্থাপিত এলাহাবাদৰ স্তম্ভত লিখিত কথা আৰু অন্যান্য শিলালিপিৰ পৰা প্রত্নতত্ত্বজ্ঞ কর্ণেল ছেক্সপিয়াৰে কয় যে,—× × × from ancient inscriptions in India such, for instance, as that on the famous Allahabad pillar erected in Chandragupta's time, 316-292 B. C., whereon we learn that Kamrupa ( as Assam was called in early days ) was known of then as a state lying away east of Nepal to which King Chandragupta's fame had penetrated; and it had then, probably under its Hindoo Khettri Kings ( the very earliest ruler in Assam ), attained to a degree of civilisation almost equal to that of the Hindu dynasties in India

of those days. "ভাৰতবৰ্ষৰ নানা ঠাইৰ শিলালিপি, যেনে খৃষ্টপূৰ্ব্ব ৩১৬–২৯২ বছৰ পূৰ্ব্বে চন্দ্ৰগুপ্তৰ ৰাজত্ব কালত স্থাপিত এলাহাবাদৰ স্তম্ভৰ পৰা আমি জানিব পাৰোঁ যে, কামৰূপ দেশ (পুৰণি কালত বৰ্ত্তমান অসম দেশকে কামৰূপ বোলা হৈছিল) সেই সময়ত নেপালৰ পুবে থকা এখন দেশ বুলি পৰিচিত হৈছিল আৰু চন্দ্ৰগুপ্তৰ নাম আৰু খ্যাতি ইয়াতো ব্যাপী পৰিছিল। এই কামৰূপ দেশ তেতিয়া সম্ভবতঃ হিন্দু ক্ষত্ৰিয় ৰজাৰ অধীনত আছিল আৰু সেই সময়ৰ ভাৰতৰ অন্যান্য হিন্দু ৰাজ-বংশৰ তলৰ দেশবোৰে যি পৰিমাণে সভ্যতা লাভ কৰিছিল এই দেশতো প্ৰায় সমান ভাবে সভ্যতাৰ বিস্তাৰ আছিল।"

৪। সুপ্ৰসিদ্ধ ডাল্টন চাহাবে তেখেতৰ 'ডিচ্-ক্ৰিপ্‌তিভ্ এথ্‌নোলজি অব্ বেঙ্গল' (Descriptive Ethnology of Bengal) নামৰ পুথিত এইদৰে লিখিছে,—I believe we have good grounds for supposing that Assam or Kamrupa was amongst the earliest established of the Eas-

tern Aryan Settlements. “মই বিশ্বাস কৰোঁ যে, পূব দেশত স্থাপিত আৰ্য্য উপনিবেশ বিলাকৰ ভিতৰত অসম বা পুৰণি কামৰূপৰ উপনিবেশেই অতি প্ৰাচীন বুলি অনুমান কৰাৰ পক্ষে আমি বহুতো যুক্তি দেখিবলৈ পাওঁ।” অৰ্থাৎ ডেখেতৰ মতে অতি পুৰণি কালতে আমাৰ এই অসমদেশলৈ আৰ্য্যসকলৰ এটি ঠানি উঠি আহি ইয়াত আৰ্য্যৰ নতুন বসতি পাতিছিল।

৫। প্ৰত্নতত্ত্ববিদ্ শ্ৰীযুত আগৰৱালাৰ কৃত ‘এন্‌চিয়েণ্ট্ আসাম’ নামৰ ইংৰাজী পুথিৰ ৪০ পৃষ্ঠাত (Agarwalla’s Ancient Assam p. 40) এইদৰে লিখিছে,—“জাতিতত্ত্ববিদ্ ডাল্টন চাহাবৰ মতে চন্দ্ৰ-সূৰ্য্য বংশৰ সন্তান-সন্ততি বিলাকে প্ৰথমে আমাৰ এই অসম দেশৰ সৌন্দৰ্য্য দেখি মুগ্ধ হৈ ইয়াত উপনিবেশ স্থাপন কৰিছিল। আৰু এই দেশৰ আৰ্য্য জাতিৰ বংশধৰ এই কলিতা জাতি চন্দ্ৰ বা সূৰ্য্যবংশীয়।”

৬। ভাৰতবৰ্ষৰ ইম্পিৰিয়েল গেজেটিয়াৰ নামক চৰকাৰী ৰিপোৰ্টৰ ৫৩৪ পৃষ্ঠাত (Imperial Gazetteer of India p. 534) এইদৰে লিখিছে,—

( In Assam ) The principal Hindu caste is the Kalita, a respectable caste supposed to be descendants of Aryans who had immigrated to Assam. "( অসমৰ ) কলিতা এটি প্ৰধান আৰু সন্মানিত জাতি। এওঁলোক অসমলৈ উঠি আহি ইয়াত নতুনকৈ বসতি কৰা আৰ্য্যসকলৰ সন্ততি বুলি বিবেচিত হয়।"

৭। সুবিখ্যাত ম্যাক্‌চুইনি চাহাবৰ ভাৰতবৰ্ষীয় চেন্সাচ ৰিপোৰ্টৰ তৃতীয় খণ্ডৰ ১৩২ পৃষ্ঠাত (Mc Swiney's Census Report of India Vol. III p.132 ) এইদৰে লিখিছে—The most plausible suggestion is that they ( Kalitas ) are the remains of an Aryan colony. "অতিশয় যুক্তিযুক্ত অনুমান এই যে, কলিতাসকল ( অসমত ) আৰ্য্য উপনিবেশ স্থাপন কৰোঁতা আৰ্য্যসকলৰ বংশধৰ।"

৮। ইতিহাসতত্ত্ববিদ্ হাণ্টাৰ চাহাবৰ 'ইম্পিৰিয়েল গেজেটিয়াৰ নামক চৰকাৰী ৰিপোৰ্টৰ ৩৫৫ পৃষ্ঠাত ( Hunter's Imperial Gazetteer

p. 355 ) এইদৰে লিখিছে,—The Kalitas are found not only in Assam, but also in the Southern Tributary states of Chutia Nagpur. Col. Dalton describes the Kalitas of Chutia Nagpur as of fair complexion with good features and well-proportioned limbs and expresses the opinion that they are of Aryan blood. * * * * * the same remarks apply to the Kalitas of Assam. They are regarded by the best authorities as genuine Hindus of unmixed descent. "কলিতা জাতিৰ লোক যে কেৱল অসমত হে দেখা যায়, তেনে নহয়। কিন্তু ছোট-নাগপুৰৰ দক্ষিণে থকা কৰদ ৰাজ্যবিলাকতো কলিতা জাতিৰ লোক পোৱা যায়। কৰ্ণেল ডাল্টন চাহাবে ছোট নাগপুৰৰ কলিতাসকলক সুন্দৰ বৰণৰ, সুঠাম দেহৰ আৰু সুগঠিত মুখাৱয়ৱৰ লোক বুলি বৰ্ণনা কৰিছে আৰু তেওঁলোক আৰ্য্যসকলৰ বংশধৰ

বুলি তেওঁ মত প্ৰকাশ কৰিছে। * * * *
অসম দেশৰ কলিতা সকলৰ বিষয়েও সেই একে কথাই খাটে। মুখ্য মুখ্য মানবতত্ত্ববিদ্ পণ্ডিত সকলে এওঁলোকক আৰ্য্যসকলৰ নিভাঁজ বংশধৰ বুলি বিবেচনা কৰে।”

ওপৰত তুলি দিয়া কথা কেইটিৰ পৰা সুন্দৰ ৰূপে দেখা যায় যে, অসম দেশৰ কলিতা সকল অতি পুৰণি কালতে অসম দেশলৈ উঠি আহি ইয়াত আৰ্য্যৰ উপনিবেশ অৰ্থাৎ নতুন বসতি পাতি আৰ্য্যজাতিৰ ভাষা, ধৰ্ম্ম আৰু সভ্যতা বিস্তাৰ কৰোঁতা আৰ্য্যসকলৰ সন্তান-সন্ততি।

## দ্বিতীয় অধ্যায়।

——:*:——

### কলিতা সকল ক্ষত্ৰিয়।

১। অসম দেশত আৰ্য্য উপনিবেশ স্থাপিত হোৱাৰে পৰা ইয়াত চতুৰ্ব্বৰ্ণৰ লোক অৰ্থাৎ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ জাতিৰ লোক বৰ্ত্তমান আছে।

২। শাস্ত্রত কৈছে,—

চাতুর্ব্বর্ণ্য ব্যবস্থানং যস্মিন্ দেশে ন বিদ্যতে।
তৎ ম্লেচ্ছসদৃশং স্থানং যত্র নায়ান্তি বৈষ্ণবাঃ॥

অর্থাৎ ব্রাহ্মণ, ক্ষত্রিয়, বৈশ্য আৰু শূদ্ৰ এই চাৰি জাতিৰ ব্যৱস্থান বা বসতি যি দেশত নাথাকে, সেই দেশক ম্লেচ্ছ দেশৰ সদৃশ বোলা হয়। সেই দেশত বৈষ্ণৱ সকলে বাস নকৰে।

পুৰাণপ্ৰসিদ্ধ পবিত্ৰ আৰ্য্যভূমি কামৰূপ দেশ যে, ম্লেচ্ছ-দেশ বা ম্লেচ্ছ-সদৃশ দেশ নহয়, তাক কোৱা নিষ্প্ৰয়োজন। এই দেশ ম্লেচ্ছ দেশ হোৱা হলে ই কেতিয়াও পবিত্ৰ বৈষ্ণৱ ধৰ্ম্মৰ কেন্দ্ৰ হব নোৱাৰিলেহেতেন। অসম দেশ পুৰণি কালত ধৰ্ম্মাৰণ্য নামে খ্যাত আছিল। মহাভাৰতৰ সময়ত এই দেশক প্ৰাগজ্যোতিষপুৰ বোলা হৈছিল। এই দেশ পবিত্ৰ আৰ্য্যভূমি আৰু ধাৰ্ম্মিক সকলৰ দেশ। গতিকে ইয়াত ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ এই চাৰি জাতি বৰ্ত্তমান আছে, তাত কোনো সন্দেহৰ কাৰণ নাই।

৩। যোগিনীতন্ত্ৰেও এই কথাকে সমৰ্থন কৰিছে; যোগিনীতন্ত্ৰত লিখিছে,—

ইতৰে যে ত্ৰয়ো বৰ্ণাঃ ক্ষত্ৰিয়াদ্যাঃ সুসংযতাঃ।
স্বধৰ্ম্ম-নিৰতাঃ শান্তাস্তত্ৰ তিষ্ঠন্তি ধাৰ্ম্মিকাঃ ॥

অৰ্থাৎ ইয়াত (কামৰূপ দেশত) ব্ৰাহ্মণত বাহিৰে ক্ষত্ৰিয়কে আদি কৰি অৱশিষ্ট যি তিনি জাতিৰ লোক আছে, সিবিলাক সুসংযত, স্বধৰ্ম্ম-নিৰত, শান্ত আৰু ধাৰ্ম্মিক।

ইয়াৰ পৰা দেখা যায় যে, যোগিনীতন্ত্ৰ লিখা সময়ত অসম দেশত সুসংযত, স্বধৰ্ম্ম-নিষ্ঠ, শান্ত আৰু ধাৰ্ম্মিক ক্ষত্ৰিয় জাতিৰ লোক বৰ্ত্তমান আছিল। তেনেহলে সেই সকল ক্ষত্ৰিয়ৰ বৰ্ত্তমান বংশধৰ কোন?

৪। প্ৰথম অধ্যায়ত আলোচনা কৰা কথাৰ পৰা আমি দেখিবলৈ পাইছোঁ যে, ইতিপূৰ্ব্বে অসম দেশ অনাৰ্য্য জাতিৰ থকা ঠাই আছিল। পিছত আৰ্য্যসকল ইয়ালৈ আহি অনাৰ্য্যসকলক বশীভূত কৰি ইয়াত আৰ্য্যৰ প্ৰভাব বিস্তাৰ কৰিছিল। যদি এই কথা সত্য হয়, তেন্তে এই কাৰ্য্য যে ঘাইকৈ ক্ষত্ৰিয় জাতিৰ দ্বাৰা সাধিত হৈছিল, তাত কোনো সংশয় নাই। তেনেহলে যি সকল ক্ষত্ৰিয়ই এইদেশত আৰ্য্য ৰাজত্ব স্থাপন কৰিছিল, সেই সকলৰ বৰ্ত্তমান বংশধৰ কোন?

অপৰ তিনি জাতিৰ আমি বংশধৰ চকুৰ আগতে দেখিবলৈ পাওঁ। অৱশিষ্ট ক্ষত্রিয় জাতিটো তেনেই সমূলে নির্ব্বংশ হৈছে, তেনে কথা কল্পনা আৰু বিশ্বাস কৰা সুকঠিন। তেওঁলোকৰো যে বংশধৰ সমাজত বৰ্ত্তমান আছে, তাত সন্দেহৰ কোনো কাৰণ নাই।

৫। ইয়াৰ আগেয়ে উল্লেখ কৰা শ্রীযুত আগৰৱালা ডাঙ্গৰীয়াৰ 'এন্‌চিয়েণ্ট আসাম' নামৰ পুথিত লিখিছে,—"জাতিতত্ত্ববিদ্‌ ডাল্টন চাহাবৰ মতে চন্দ্র-সূর্য্য বংশৰ সন্তান-সন্ততি বিলাকে প্রথমে আমাৰ এই অসম দেশৰ সৌন্দর্য্য দেখি মুগ্ধ হৈ ইয়াত উপনিবেশ স্থাপন কৰিছিল আৰু এই দেশৰ আৰ্য্য জাতিৰ বংশধৰ এই কলিতা জাতি চন্দ্র বা সূৰ্য্য বংশীয়।"

এই কথাৰ পৰা স্পষ্ট ভাবে দেখা যায় যে অসম দেশত আৰ্য্য বসতি পতা ক্ষত্রিয়সকল নির্ব্বংশ হোৱা নাই, বৰ্ত্তমান কলিতা সকলেই সেইসকল ক্ষত্রিয়ৰ সন্তান-সন্ততি।

৬। জনশ্রুতি :— পুৰুষানুক্রমে ই কাণৰ পৰা সি কাণলৈ সমাজত চলি অহা কথাকে জনশ্রুতি বা

কিম্বদন্তী বোলা হয়। কলিতাসকল ক্ষত্রিয়, এওঁ-লোকৰ পূৰ্ব্ব পুৰুষসকলে পৰশুৰামৰ ভয়ত কুল লুকাই থকাৰ বাবে ইহঁতলাকে কুল-লুপ্ত বা 'কলিতা' নাম পাইছে,—এই জনশ্ৰুতি আবহমান কালৰ পৰা আমাৰ দেশত চলি আহিছে। জনশ্ৰুতি কেতিয়াও অমূলক বা ভিত্তিশূন্য হব নোৱাৰে। অন্য কথা বুৰঞ্জী-লিখকে নিজ কল্পনা মতে গঢ়িব পাৰে। কিন্তু জনশ্ৰুতি কোনোৱে ইচ্ছামতে গঢ়িব নোৱাৰে। ই শিক্ষিত অশিক্ষিত সকলো শ্ৰেণীৰ লোকৰ মাজত সাধুকথাৰ দৰে মুখে মুখে চলি আহে। গতিকে কলিতা সকলৰ ক্ষত্রিয়ত্বৰ বিষয়ে চলি অহা জন-শ্ৰুতিৰ মূলতো যে সত্যতা বৰ্ত্তমান আছে তাত কোনো সন্দেহ নাই। বিশেষতঃ অসমত নানা জাতিৰ লোক থকা সত্বেও অকল কলিতা জাতিৰ বিষয়েহে এই জনশ্ৰুতি চলি আহিছে।

৭। সেই দেখিয়েই প্ৰাচীন সাহিত্যিক সুবিখ্যাত 'বাঁহী' সম্পাদক শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙ-ৰীয়াই তেখেতৰ ১৪ শ বছৰৰ ১ম সংখ্যা বাঁহীৰ ২৭ পৃষ্ঠাত কথা প্ৰসঙ্গে এইদৰে লিখিছে,—"মোৰ মনেৰে এই ফালৰ (অৰ্থাৎ সম্বলপুৰ প্ৰভৃতিৰ)

কোলতা আৰু অসমৰ কলিতা একে শ্ৰেণীৰে, আৰু তেওঁলোকে পৰশুৰামৰ ভয়ত নিজ দেশ এৰি পলাই চিটিকি পৰি নিজৰ ক্ষত্রিয় কুল লুপ্ত কৰি খেতি-বাতি কৰি খাই নিজক কৃষাণ বা খেতিয়ক বুলি পৰিচয় দিয়া মানুহৰ পো-পোৱালী। কুল-লুপ্তা, কোলতা বা কলিতা; প্রচলিত এই ব্যাখ্যাটোও দলিয়াই পেলাব লগীয়া নহয়।"

৮। এসময়ত পৰশুৰামৰ ভয়ত যে ক্ষত্রিয় জাতিৰ লোকসকলে ভাৰতৰ নানা ঠাইলৈ উঠি গৈ নিজ কুল লুকাই আত্ম-ৰক্ষা কৰিব লগীয়া হৈছিল, তাত সন্দেহৰ কোনো কাৰণ দেখা নাযায়। এই কথা যে কেৱল জনশ্রুতিৰ পৰা হে জনা যায়, এনে নহয়। এই কথা নানা পুৰাণ আৰু বিশেষকৈ মহাভাৰতে সমর্থন কৰিছে। মহাভাৰতৰ শান্তি-পর্ব্বত এই বিষয়ে বিস্তৃত ভাবে লিখিছে। তাৰে পৰা মাত্র গোটাদিয়েক শ্লোক নমুনা স্বৰূপে তলত তুলি দিয়া হ'ল।

গোভিঃ সমুদ্রেণ তথা গোলাঙ্গুলর্ক্ষবানৰৈঃ।
গুপ্তাৰামজয়োদ্বিগ্নাঃ ক্ষত্রিয়ানাং কুলোদ্বহাঃ॥

অস্তি পৌৰব দায়াদো বিদূৰথসুতঃ প্ৰভো ।
ঋক্ষৈঃ সংবৰ্দ্ধিতো বিপ্ৰ ঋক্ষবত্যথ পৰ্ব্বতে ॥
তথানুকম্পমানেন যজনাঽথামিতযশাঃ ।
পৰাশৰেণ দায়াদঃ সৌদাসস্যাভিৰক্ষিতঃ ॥
সৰ্ব্ব কৰ্ম্মাণি কুৰুতে শূদ্ৰবৎ তস্য স দ্বিজঃ ।
সৰ্ব্বকৰ্ম্মেত্যভিখ্যাতঃ স মাং ৰক্ষতু পাৰ্থিবঃ ॥

* * *

অভিসিঞ্চ্য মহীপালান্ ক্ষত্ৰিয়ান্ বীৰ্য্যসম্মতান্ ।
তেষাং পুত্ৰাশ্চ পৌত্ৰাশ্চ যেষাং বংশাঃ প্ৰতিষ্ঠিতাঃ॥

ইত্যাদি মহাভাৰতৰ শান্তি-পৰ্ব্বৰ উক্তিৰ পৰা আমি দেখিবলৈ পাওঁ যে, ভগবান পৰশুৰামে এবি এবি ২১ বাৰ ক্ষত্ৰিয় বধ কৰাৰ পিছত ভাৰতৰ নানা ঠাইত চোৰ, ডকাইত আৰু অধৰ্ম্মীৰ ঘোৰ উৎপীড়ন আৰম্ভ হোৱাত বসুমতীয়ে কশ্যপ ঋষিৰ ওচৰত ভাৰতৰ নানা ঠাইত গুপ্ত ভাৱে বাস কৰি থকা আৰু অইন কি শূদ্ৰৰ নিচিনা আচৰণ কৰি শূদ্ৰৰ নিচিনা হোৱা আৰু 'সৰ্ব্বকৰ্ম্মা' প্ৰভৃতি কল্পিত নাম লোৱা ক্ষত্ৰিয়সকলৰ ভিতৰৰ পৰা প্ৰধান প্ৰধান বংশৰ কিছুমান ক্ষত্ৰিয়ক সমাজ ৰক্ষাৰ নিমিত্তে পুনঃ সংস্কাৰ কৰিবলৈ আৰু

অভিষেক কৰি ৰাজ-সিংহাসনত বহুৱাবলৈ প্ৰাৰ্থনা কৰিছিল। আৰু তদনুসাৰে কশ্যপ ঋষিয়ে প্ৰধান প্ৰধান বংশৰ ক্ষত্ৰিয় কিছুমানক সংস্কাৰ কৰি ৰাজ-সিংহাসনত স্থাপন কৰিছিল।

শান্তিপৰ্ব্বৰ উক্তিৰ পৰা এই কেইটি কথা স্পষ্টভাবে প্ৰকাশ পায় :— ( ১ ) পৰশুৰামৰ ভয়ত ক্ষত্ৰিয়সকলে এসময়ত জাতি আৰু আত্মগোপন কৰি ভাৰতৰ নানা ঠাইত যেনে, পৰ্ব্বত, বন আৰু সাগৰৰ পাৰ প্ৰভৃতিত বাস কৰিছিল। (২) তেওঁলোকে জাতি লুকাই শূদ্ৰৰ নিচিনা আচৰণ কৰিব লগীয়া হৈছিল। ( ৩ ) কিছুমানে নিজ জাতি লুকাই আত্মৰক্ষা কৰিবলৈ সকলো কামকে কৰিছিল ; আৰু সিবিলাকৰ ভিতৰত কোনো কোনোৱে সকলো কামকে কৰা বাবে 'সৰ্ব্ব-কৰ্ম্মা' ( অৰ্থাৎ সকলো কামকে কৰোঁতা ) প্ৰভৃতি কাল্পনিক নাম গ্ৰহণ কৰিছিল। আৰু ( ৪ ) এইদৰে পতিত হোৱা স্বত্বেও কশ্যপ ঋষিয়ে তেওঁলোকৰ ভিতৰৰ পৰা কিছুমানক সংস্কাৰ কৰি পুনঃ ক্ষত্ৰিয়ৰ আসনত স্থাপন কৰিছিল।

গতিকে অসম দেশৰ ক্ষত্ৰিয় সকলেও পৰশুৰামৰ ভয়ত নিজ কুল গোপন কৰি 'কুললুপ্ত' বা

কলিতা—এই কল্পিত নাম গ্ৰহণ কৰি আত্মৰক্ষা কৰা প্ৰবাদটি সত্য বুলি গ্ৰহণ কৰাত কোনো বাধা দেখা নাযায়।

৯। সুবিখ্যাত ম্যাকচুইনি চাহাবৰ ভাৰতবৰ্ষৰ চেন্সাচ ৰিপোৰ্টৰ তৃতীয় খণ্ডৰ ১৩২ পৃষ্ঠাত ( Mc Swiney's Census Report of India Vol. III p. 132 ) এইদৰে লিখিছে, :--The popular explanation is that the Kalitas are Kshatriyas who fleeing from the wrath of Parasu Ram concealed their castes and their persons in the jungles of Assam and were thus called Kullupta. "সৰ্ব্ব-সাধাৰণে ( কলিতা জাতি বিষয়ে ) এই ব্যাখ্যা দিয়ে যে, কলিতা সকল ক্ষত্ৰিয়। ইবিলাকে পৰশু-ৰামৰ ক্ৰোধাগ্নিৰ ভয়ত অসমৰ জঙ্গলত তেওঁলোকৰ জাতি আৰু আত্ম-গোপন কৰিছিল আৰু সেই হেতুকে সিবিলাক 'কুললুপ্ত' নামে পৰিচিত হৈছে।"

এই পুথিৰে অন্য এঠাইত মিঃ ম্যাকচুইনিয়ে লিখিছে,—"ছালবাৰলৈ ধৰাত নামি যোৱা কাইথৰ

পৰা কলিতা জাতি ওলোৱা বুলি যে, কোনো কোনোৱে কব খোজে, সেই মত নিতান্ত ভুল আৰু দেখোঁতেই অসম্ভব।”

১০। পুৰাতত্ত্ববিদ্ হাণ্টাৰ চাহাবে তেখেতৰ ইংৰাজী ১৮৭৯ চনত প্ৰকাশিত ‘গোৱালপাৰা জিলাৰ ষ্টেটিষ্টিকেল একাউণ্ট’ নামক পুথিত (Statistical Account of the District of Goalpara) লিখিছে,—“Kalita— × × × many of them claim to belong to the Kshatriya or warrior caste, and prefix the title of Barman to their names. In support of their pretensions they allege that at the time when Parasu Ram, the sixth Incarnation of Vishnu, was making war on the Kshatriyas and exterminating the whole race, they through fear, denied that they were Kshatriyas and called themselves Kullupta (lit. caste-hidden) and

that by that subterfuge they escaped the general massacre. The word, they say, gradually became corrupted into their caste name Kalita."--"বস্তুত কলিতাই ক্ষত্ৰিয় বুলি দাবী কৰে আৰু তেওঁলোকৰ নামৰ অন্তত বৰ্ম্মা উপাধি লেখে। এই দাবীৰ পোষকতাৰ বাবে সিসকলে কয় যে, বিষ্ণুৰ ষষ্ঠ অৱতাৰ পৰশুৰামে যেতিয়া ক্ষত্ৰিয়সকলৰ সৈতে ঘোৰ যুদ্ধ কৰি সমুদায় ক্ষত্ৰিয় জাতিকে সমূলে নিধন কৰিব ধৰিছিল তেতিয়া (অসমৰ) ক্ষত্ৰিয়সকলে ভয়তে তেওঁলোক যে ক্ষত্ৰিয় এই কথা অস্বীকাৰ কৰিছিল আৰু নিজক কুললুপ্ত বুলি পৰিচয় দিছিল আৰু এই কৌশলেৰে তেওঁলোক সেই হত্যাকাণ্ডৰ পৰা ৰক্ষা পৰিছিল। আৰু সেই কুললুপ্ত শব্দটি ক্ৰমে অপভ্ৰংশ হৈ বৰ্ত্তমান কলিতা শব্দত পৰিণত হৈছে।"

✓১১। সাহিত্যিক পেঞ্চন-ভোগী, 'বিজুলী' 'উষা' আৰু 'বন্তি'ৰ সম্পাদক ৰায় চাহেব শ্ৰীযুত পদ্মনাথ গোহাই বৰুৱাই তেখেতৰ 'আসাম বুৰঞ্জী'ৰ ষষ্ঠ পৃষ্ঠাত লিখিছে,—"কলিতা—অসমত কলিতা ৰজা

আছিল । আৰু ক্ষত্রিয় কুলৰ পৰা নমাৰ কাৰণে ইবিলাকক কলিতা ( কুল-লুপ্ত ) বোলা হয় ।”

১২। সুপৰিচিত সাহিত্যিক আৰু পুৰাতত্ত্ববিদ্ অৱসৰ প্রাপ্ত ই, এ, চি শ্রীযুত ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াই তেখেতৰ ১ম বছৰৰ ১১শ সংখ্যাৰ ‘অসম-প্রদীপিকাত’ কলিতাসকল ক্ষত্রিয় বুলি স্পষ্টভাবে লিখিছে ।

১৩। প্রাচীন সাহিত্যিক শ্রীযুত দেব নাৰায়ণ ঘোষ মহাশয়ে কলিতা জাতিৰ বিষয়ে ১৩১৬ চনৰ ১ম বছৰৰ ‘আসাম বান্ধৱ’ৰ ৩য় সংখ্যাৰ ৫৮ পৃষ্ঠাত লিখিছে,—“পৰশুৰাম সেই কালৰ অৱতাৰ । তেওঁ একৈশবাৰ পৃথিবী ক্ষত্রিয় শূন্য কৰিলত ভয় পাই ধৰ্ম্মাৰণ্যৰ ক্ষত্রিয়বিলাকে কলিতা নাম গ্রহণ কৰি কৃষি আৰু গোপালন কৰিবলৈ ধৰিলে । এতিয়াও সেই বিলাকে সেই বৈশ্য ব্যৱসায়কেই কৰি আছে । * * * * * * মহাভাৰতৰ সময়ত ধৰ্ম্মাৰণ্যৰ নাম প্রাগ্‌জ্যোতিষ-পুৰ আছিল ।” ( ধৰ্ম্মাৰণ্য বা প্রাগ্‌জ্যোতিষপুৰ বুলিলে পুৰণি কামৰূপ বা বৰ্ত্তমান অসম দেশকে বুজায় । )

১৪। বঙ্গীয় সাহিত্য পৰিষদৰ গুৱাহাটী শাখাৰ সহকাৰী সম্পাদক, কামৰূপ অনুসন্ধান সমিতিৰ ভূতপূৰ্ব্ব সহকাৰী সম্পাদক আৰু নলবাড়ী ছাত্ৰ-সম্মিলনৰ ৩য় অধিবেশনৰ সভাপতি প্ৰবীণ সাহিত্যিক প্ৰত্ন তত্বজ্ঞ শ্ৰীযুত গোপালকৃষ্ণ দে মহাশয়ে অসমৰ কলিতা জাতি যে ক্ষত্ৰিয় সেই বিষয়ে কামৰূপ অনুসন্ধান সমিতিৰ ২য় বাৰ্ষিক ১ম ত্ৰৈমাসিক অধিবেশনত "কামৰূপেৰ ক্ষত্ৰিয় জাতি" নাম দি এটি সুদীৰ্ঘ যুক্তিপূৰ্ণ প্ৰবন্ধ বঙ্গলা ভাষাত পাঠ কৰিছিল। সেই প্ৰবন্ধটি ৪ৰ্থ বছৰৰ (১৩২০ চনৰ) "আসাম বান্ধৱ"ৰ ৯ম সংখ্যাত প্ৰকাশ হৈছিল। সেই প্ৰবন্ধত দে মহাশয়ে কলিতা জাতি যে ক্ষত্ৰিয় এই কথা বিশদ ভাবে দেখুৱাইছে।

১৫। সুদূৰ কান্যকুব্জ অঞ্চলৰ মুৰদাবাদৰ পণ্ডিত-প্ৰবৰ ৺জ্বালাপ্ৰসাদ মিশ্ৰ বিদ্যাবাৰিধিয়েও তেখেতৰ 'জাতি-ভাস্কৰ' নামক প্ৰসিদ্ধ গ্ৰন্থত ভাৰতীয় জাতি বিলাকৰ শ্ৰেণী বিভাগ কৰোঁতে কলিতা সকলক ক্ষত্ৰিয় বিভাগত ভুক্ত কৰিছে।

ওপৰত তুলি দিয়া কথা কেইটিলৈ মন কৰি সৰল আৰু নিৰপেক্ষ ভাবে চিন্তা কৰিলে কলিতাসকল

যে পুৰণি কালৰ আৰ্য্য ক্ষত্ৰিয় সকলৰ সন্তান-সন্ততি, এই বিষয়ে কাৰো মনত, সন্দেহৰ ঠাই নাথাকে।

## তৃতীয় অধ্যায়।

—:*:—

### ব্ৰাত্যোদ্ধাৰ।

—:*:—

ব্ৰাত্য কাক বোলে ?

জন্মনা যায়তে শূদ্রঃ সংস্কাৰাৎ দ্বিজ উচ্যতে।

অৰ্থাৎ ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য মাতৃৰ গৰ্ভৰ পৰা এবাৰ ওপজে আৰু তেতিয়া শূদ্ৰৰ নিচিনা হৈ থাকে। পিছত সংস্কাৰৰ অৰ্থাৎ উপনয়ন বা লগুণ-দিয়নীৰ পৰা দ্বিতীয় বাৰ জন্মাৰ তুল্য হয়। মনুৱে কৈছে,—

মাতুৰগ্রেঽধিজননং দ্বিতীয়ং মৌঞ্জী বন্ধনে।

অৰ্থাৎ দ্বিজসকলে মাতৃৰ গৰ্ভৰপৰা প্ৰথম জন্ম গ্ৰহণ কৰে। পিছত মৌঞ্জীবন্ধন বা উপনয়ন হলে তেওঁলোকৰ দ্বিতীয় বাৰ জন্ম হয়।

ইয়াৰ তাৎপৰ্য্য এই যে, উপনয়ন নোহোৱালৈকে দ্বিজসকল এক প্ৰকাৰ গৰ্ভত অৰ্থাৎ অজ্ঞানান্ধকাৰত থকাৰ সদৃশ হয়। আৰু উপনয়ন হলে গৰ্ভৰ অন্ধকাৰৰপৰা মুক্ত হৈ সূৰ্য্যৰ পোহৰ পোৱাৰ দৰে অজ্ঞানান্ধকাৰৰ পৰা মুক্ত হৈ জ্ঞানৰ পোহৰ লাভ কৰিবলৈ সমৰ্থ হয়। সেই কাৰণে ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যক তেওঁলোকৰ উপনয়ন হয় দেখি দ্বিজ ( অৰ্থাৎ দুইবাৰ ওপজা ) বোলা হয়। দ্বিজসকলৰ উপনয়ন সংস্কাৰ নোহোৱালৈকে গায়ত্ৰীত অধিকাৰ নজন্মে।

সাবিত্ৰী-পতিতা ব্ৰাত্যাঃ।

অৰ্থাৎ কোনো ব্ৰহ্মণ, ক্ষত্ৰিয় বা বৈশ্যৰ গায়ত্ৰী পতিত হলে তেওঁক ব্ৰাত্য বোলা হয়।

মনুৱে কৈছে,—

আষোড়শাদ্ব্ৰাহ্মণস্য সাবিত্ৰী নাতিবৰ্ত্ততে।
আদ্বাবিংশাৎ ক্ষত্ৰবন্ধো ৰাচতুৰ্ব্বিংশতের্ব্বিশঃ॥

অৰ্থাৎ গৰ্ভত থকা কালৰে পৰা ধৰি ব্ৰাহ্মণৰ ১৬ বছৰ, ক্ষত্ৰিয়ৰ ২২ বছৰ আৰু বৈশ্যৰ ২৪ বছৰলৈকে উপনয়নৰ কাল অতীত হৈ নাঁযায়।

উপযুক্ত সময়ত উপনয়ন নহলে গায়ত্ৰীত অধিকাৰ নজন্মাৰ হেতুকে দ্বিজসকল সাবিত্ৰী পতিত

হয়। আৰু উপযুক্ত সময়ত উপনয়ন নোহোৱাৰ বাবে নাইবা ইচ্ছাপূর্ব্বক বা অন্য কোনো কাৰণে সাবিত্রী অর্থাৎ গায়ত্রী ত্যাগ কৰিলে দ্বিজসকলে সাবিত্রী পতিত হোৱা বাবে ব্রাত্যতা প্রাপ্ত হয়। মনুৱে কৈছে,—

অত ঊর্দ্ধং ত্রয়োঽপ্যেতে যথা কালমসংস্কৃতাঃ।
সাবিত্রী-পতিতা ব্রাত্যা ভবন্ত্যার্য্য বিগর্হিতাঃ ॥

অর্থাৎ যদি কোনো ব্রাহ্মণ, ক্ষত্রিয় বা বৈশ্যৰ ওপৰত কোৱা সময়ৰ ভিতৰত সংস্কাৰ নহয় (অর্থাৎ উপনয়ন হৈ নাযায়) তেন্তে সিজন সাবিত্রী পতিত হোৱা গতিকে ব্রাত্য হয় আৰু আর্য্য সমাজত নিন্দনীয় হয়।

## ব্রাত্যতা এটি পাপ।

যাজ্ঞবল্ক্যই কৈছে,—

বিহিতস্যাননুষ্ঠানান্নিন্দিতস্য চ সেবনাৎ।
অনিগ্রহাচ্চেন্দ্রিয়ানাং নৰঃ পতনমিচ্ছতি ॥

অর্থাৎ শাস্ত্রৰ নির্দ্দিষ্ট কর্ম্ম নকৰাৰ পৰা, শাস্ত্রে নিষেধ কৰা কার্য্য কৰাৰ পৰা আৰু ইন্দ্রিয় শাসন

নকৰি যথেচ্ছা আচৰণ কৰাৰ পৰা মনুষ্যৰ পতন অৰ্থাৎ পাপ হয়।

মনুৱেও ঠিক সেইদৰেই কৈছে,—

অকুৰ্ব্বন্ বিহিতং কৰ্ম্ম নিন্দিতঞ্চ সমাচৰন্।
প্ৰসজ্জংশ্চেন্দ্ৰিয়াৰ্থেষু প্ৰায়শ্চিত্তীয়তে নৰঃ॥

অৰ্থাৎ—শাস্ত্ৰৰ বিহিত কৰ্ম্ম নকৰি, শাস্ত্ৰবিগৰ্হিত কৰ্ম্ম কৰি আৰু ইন্দ্ৰিয়ৰ বিষয়ত অত্যন্ত আসক্ত হৈ মনুষ্য প্ৰায়শ্চিত্তৰ যোগ্য হয় (অৰ্থাৎ পাপ-যুক্ত হয়)।

ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যই যথাবিধি উপনয়ন আদি সংস্কাৰ কৰি সাবিত্ৰী জপিব লাগে, ই শাস্ত্ৰৰ আদেশ। গতিকে কোনো দ্বিজে শাস্ত্ৰৰ এই আদেশ বা বিধান লঙ্ঘন কৰি যথা সময়ত উপনয়ন সম্পাদন কৰি গায়ত্ৰী গ্ৰহণ নকৰিলে তেওঁৰ পাপ হয়। সেইদৰে ব্ৰাহ্মণে ১০ দিনতকৈ, ক্ষত্ৰিয়ই ১২ দিনতকৈ আৰু বৈশ্যই ১৫ দিনতকৈ বেচি অশৌচৰ দিন বৃদ্ধি কৰা, শাস্ত্ৰৰ নিষেধ। গতিকে শাস্ত্ৰৰ নিষেধ নামানি কোনো দ্বিজে নিৰ্দ্দিষ্ট দিনতকৈ বেছি অশৌচৰ দিন বঢ়ালে তেওঁৰ পাপ হব। গতিকে দ্বিসকল

কলিতাই উপনয়ন প্ৰভৃতি সংস্কাৰ পালন আদি শাস্ত্ৰৰ আদেশ মানি চলা নাই আৰু ১২ দিনতকৈ অধিক দিনলৈ অশৌচৰ দিন বৃদ্ধি নকৰা আদি শাস্ত্ৰৰ নিষেধ অগ্ৰাহ্য কৰি চলিছে, তেওঁলোক ব্ৰাত্য হৈছে। আৰু ব্ৰাত্যপাপগ্ৰস্ত হৈ প্ৰায়শ্চিত্তৰ যোগ্য হৈছে।

## ব্ৰাত্যপাপৰ প্ৰায়শ্চিত্ত অবিলম্বে কৰা কৰ্ত্তব্য।

১। শাস্ত্ৰত কৈছে,—

প্ৰায়শ্চিত্তমকুৰ্ব্বানঃ পাপেষভিৰতা নৰাঃ।
অপশ্চাৎ তাপিনো পাপা নিৰয়ং যান্তি দাৰুণম্॥

অৰ্থাৎ পাপগ্ৰস্ত লোকে পাপৰ প্ৰায়শ্চিত্ত নকৰি সেই পাপতে ৰত বা লিপ্ত থাকিলে বাৰ্দ্ধক্যত পৰিতাপ কৰিব লগীয়া হয় আৰু মৃত্যুৰ পিছত দাৰুণ নৰকত পৰে।

২। শ্ৰীমদ্ভাগৱতৰ ষষ্ঠ স্কন্ধত লিখিছে,—

ন চেদিহৈবাপচিতিং যথাংহসঃ,
কৃতস্য কুৰ্য্যান্ মন-উক্তি-পাণিভিঃ।

ধ্ৰুবং চ বৈ প্ৰেত্য নৰকানুপৈতি,

যে কীৰ্ত্তিতা মে ভবতস্তিগ্মযাতনাঃ ॥ ৭ ॥

অৰ্থাৎ যিজন মানুহে শৰীৰ, মন নাইবা বাক্যৰ দ্বাৰা পাপ আচৰণ কৰি যদি এই জীৱনতেই সেই শৰীৰাদিৰ দ্বাৰা যথাবিধি প্ৰায়শ্চিত্ত নকৰে, তেন্তে যিবিলাক তীব্ৰযাতনাময় নৰকৰ নাম ইয়াৰ আগেয়ে (৫ম স্কন্ধত) কৈ আহিছোঁ, মৃত্যুৰ পিছত সিজন নিশ্চয় সেইবিলাক নৰকত পতিত হৈ থাকে। ৭।

তস্মাৎ পুৰৈবাশ্বিহ পাপনিষ্কৃতৌ,

যতেত মৃত্যোৰবিপদ্যতাত্মনা।

দোষস্য দৃষ্ট্বা গুৰুলাঘৱং যথা,

ভিষক্ চিকিৎসেত ৰুজাং নিদানবিৎ ॥ ৮॥

অতএব মৃত্যুৰ পূৰ্ব্বেই দেহ ক্ষীণ নৌ হওঁতেই সংযতমন হৈ ৰোগৰ নিদান জনা বৈদ্যই যিদৰে ৰোগৰ গুৰুত্ব আৰু লঘুত্ব বিবেচনা কৰি চিকিৎসা কৰে, সেইদৰে অবিলম্বে প্ৰায়শ্চিত্তৰ নিমিত্তে যত্ন কৰিবা। ৮।

৩। মনুৱে কৈছে,—

প্ৰায়শ্চিত্তীয়তাং প্ৰাপ্য দৈবাৎ পূৰ্ব্বকৃতেন বা।

ন সংসৰ্গং ব্ৰজেৎ সদ্ভিঃ প্ৰায়শ্চিত্তেহকৃতে দ্বিজঃ ॥

অৰ্থাৎ এই জন্মৰ পাপৰ কাৰণেই হক বা পূৰ্ব্ব-জন্মৰ পাপৰ কাৰণেই হক যিজন দ্বিজ (ব্ৰাহ্মণ, ক্ষত্ৰিয় বা বৈশ্য) পাপ-গ্ৰস্ত হোৱা স্বত্বেও প্ৰায়শ্চিত্ত নকৰে তেওঁ সাধু সঙ্গৰ অযোগ্য।

---

## ব্ৰাত্যোদ্ধাৰৰ অন্যান্য কাৰণ।

১। ওপৰত উল্লেখ কৰা কাৰণত বাহিৰেও ব্ৰাত্য-প্ৰায়শ্চিত্তৰ এটি গুৰু কাৰণ এই,—ব্ৰাত্যপ্ৰায়শ্চিত্ত সম্পাদন কৰি উপনীত নহলে (অৰ্থাৎ লগুণ নললে) ব্ৰাত্য ব্ৰাহ্মণ, ক্ষত্ৰিয় বা বৈশ্যই সাবিত্ৰী অৰ্থাৎ গায়ত্ৰীৰ অধিকাৰী হব নোৱাৰে। আৰু পৰম পবিত্ৰ সাবিত্ৰীৰ অধিকাৰী হৈও সেই পবিত্ৰ বস্তুৰ পৰা বঞ্চিত হোৱা যে অত্যন্ত পৰিতাপৰ বিষয়, তাত কোনো সংশয় নাই। যি জনে গায়ত্ৰীৰ মৰ্ম্ম বুজে, পৰকাল বিশ্বাস কৰে আৰু সাধন-ভজন, উপাসনা আদি মনুষ্য জীৱনৰ প্ৰধান কৰ্ত্তব্য বুলি স্বীকাৰ কৰে, তেনে লোকক এই বিষয় বহলাই কোৱাৰ কোনো আৱশ্যক নাই। মনুৱে কৈছে,—

একাক্ষৰং পৰং ব্ৰহ্ম প্ৰাণায়ামাঃ পৰং তপঃ ।
সাবিত্ৰাস্তু পৰং নাস্তি মৌনাৎ সত্যং বিশিষ্যতে ॥

অৰ্থাৎ একাক্ষৰ প্ৰণবেই পৰম ব্ৰহ্ম, প্ৰাণায়াম-ত্ৰয়েই পৰম তপস্যা, সাবিত্ৰীতকৈ আৰু শ্ৰেষ্ঠ মন্ত্ৰ নাই আৰু মৌনতকৈ সত্যই বিশিষ্ট ।

স্মৃতিয়ে গায়ত্ৰী বেদৰ আদি বুলি ঘোষণা কৰিছে । যেনে,—

ওঙ্কাৰপূৰ্ব্বিকা স্তিস্ৰো মহাব্যাহৃতয়োঽব্যয়াঃ ।
ত্ৰিপাদাচৈব সাবিত্ৰী বিজ্ঞেয়ং ব্ৰহ্মণো মুখম্ ॥

অৰ্থাৎ ওঙ্কাৰ আগত থকা ভূঃ ভূবঃ স্বঃ এই তিনি অব্যয় মহাব্যাহৃতি সহিতে ত্ৰিপদা সাবিত্ৰী বেদৰ মুখ অৰ্থাৎ বেদৰ সাৰ বুলি জানিবা ।

তন্ত্ৰই গায়ত্ৰীৰ মাহাত্ম্য তলত লিখামতে গাইছে,—

গায়ত্ৰীৰ উচ্চাৰণ পদ্ধতি—

প্ৰণবং পূৰ্ব্বমুচ্চাৰ্য্য ব্যাহৃতিত্ৰিতয়ন্তথা ।
ততস্ত্ৰিপাদগায়ত্ৰীং প্ৰণবেন সমাপয়েৎ ॥

অৰ্থাৎ প্ৰথমে প্ৰণব উচ্চাৰণ কৰিব, তাৰ পিছত তিনি ব্যাহৃতি, তাৰ পিছত ত্ৰিপাদ গায়ত্ৰী পাঠ কৰি শেষত প্ৰণবৰ দ্বাৰা শেষ কৰিব ।

গায়ত্ৰীৰ অৰ্থ :—

যস্মাৎ স্থিতিলয়োৎপত্তি র্যেন ত্রিভুবনং ততম্ ।
সবিতুৰ্দ্দেবতস্যান্তৰ্যামি তস্তৰ্গমব্যয়ং ॥
ৱৰণীয়ং চিন্তয়ামঃ সৰ্ব্বান্তৰ্যামিনং বিভূম্ ।
যঃ প্ৰেৰয়তি বুদ্ধিস্থো ধিয়োঽস্মাকং শৰীৰিণাম্ ॥

অৰ্থাৎ— যাৰপৰা সৃষ্টি, স্থিতি আৰু প্ৰলয় হয়, যিজনে ত্রিভুবন ব্যাপী বৈছে, সূৰ্য্যদেৱৰ অন্তৰ্যামী সেই জ্যোতিঃস্বৰূপ অতি প্ৰাৰ্থনীয়, অব্যয়, সৰ্ব্বান্তৰ্যামী বিভূক ( পৰমেশ্বৰক ) আমি চিন্তা কৰোঁ, যি জনে আমাৰ বুদ্ধিত বুদ্ধিস্থ হৈ আমি দেহধাৰী জীৱসকলৰ বুদ্ধি প্ৰেৰণ কৰিব ধৰিছে।

গায়ত্ৰী জপৰ ফল :—

এবমৰ্থযুতং মন্ত্ৰত্ৰয়ং নিত্যং জপেন্নৰঃ ।
বিনান্য নিয়মায়াসৈঃ সৰ্ব্বসিদ্ধীশ্বৰো ভবেৎ ॥

অৰ্থাৎ এইৰূপ অৰ্থযুক্ত গায়ত্ৰী মন্ত্ৰ তিনটি যি জনে নিতৌ জপে, তেওঁ অন্য নিয়ম আৰু আয়াস বা পৰিশ্ৰম নকৰাকৈয়ে সৰ্ব্ব সিদ্ধি লাভ কৰে।

ওপৰত গায়ত্ৰীৰ সংক্ষেপ অৰ্থ তুলি দিয়া হল। অনাবশ্যক বোধ কৰি গায়ত্ৰী মন্ত্ৰ ইয়াত উদ্ধৃত

কৰা নহল। ইয়াৰ পৰা দেখিব যে, গায়ত্ৰী মন্ত্ৰ কেনে উদাৰ আৰু শ্ৰেষ্ঠতম ভাবেৰে পৰিপূৰ্ণ। এই মন্ত্ৰ কোনো দেৱতা বিশেষৰ নামে প্ৰয়োজিত হোৱা নাই। একমাত্ৰ অদ্বিতীয় পৰমেশ্বৰৰ উদ্দেশ্যেহে প্ৰয়োগ কৰা হৈছে। সেই দেখিয়ে শাস্ত্ৰত কৈছে,—

একমেবাদ্বিতীয়ং যৎ সৰ্ব্বোপনিষদাং মতং।
মন্ত্ৰত্ৰয়েণ নিষ্পন্নং তদক্ষৰমগোচৰম্ ॥

অৰ্থাৎ যিজনত বাহিৰে আৰ দ্বিতীয় কোনো নাই, যিজন সকলো উপনিষদৰ প্ৰতিপাদ্য, নিত্য, মন, বুদ্ধি আৰু ইন্দ্ৰিয়ৰ অগোচৰ সেই একমাত্ৰ পৰমেশ্বৰেই গায়ত্ৰীৰ মন্ত্ৰ তিনটিৰ দ্বাৰা প্ৰতিপাদিত হৈছে।

ইয়াৰ পৰা দেখা যায় যে, গায়ত্ৰী মন্ত্ৰ সম্পূৰ্ণৰূপে অসাম্প্ৰদায়িক অৰ্থাৎ ইয়াত কোনো সম্প্ৰদায়ৰ বা কোনো শ্ৰেণীৰ লোকৰ আপত্তিজনক কোনো কথা নাই। ই সকলো মন্ত্ৰৰ ভিতৰত্ত শ্ৰেষ্ঠ আৰু ধৰ্ম্মজগতৰ এটি মুখ্যতম বস্তু। গতিকে ধৰ্ম্মৰ প্ৰতি আস্থা থকা দ্বিজাতিসকলৰ ভিতৰত যি-সকল ব্ৰাত্য-দোষত পৰি এই গায়ত্ৰী বস্তুৰ পৰা

বঞ্চিত হৈছে, সিবিলাকে অতি শীঘ্রে গায়ত্রীৰ অধিকাৰী হ'বলৈ যত্ন কৰা যুগুত।

২। ব্রাত্য-দোষৰ পৰা মুক্ত হৈ উপনীত নহলে, কোনো ব্রাত্য দ্বিজৰ নিজ নিজ জাতিৰ শাস্ত্র-নির্দ্দিষ্ট সংস্কাৰ আৰু আচাৰ পালন কৰিবলৈ অধিকাৰ নজন্মে আৰু প্রবৃত্তিও নহয়। বর্ণাশ্রমৰ নিয়ম মতে প্রত্যেক জাতিৰ সংস্কাৰ আৰু ধর্ম্মানুষ্ঠানৰ পদ্ধতি পৃথক। যেনে অশৌচ বিষয়ে মনুৱে কৈছে,—

শুদ্ধে দ্বিপ্রো দশাহেন দ্বাদশাহেন ভূমিপঃ।
বৈশ্য পঞ্চদশাহেন শূদ্রো মাসেন শুধ্যতি॥

অর্থাৎ ব্রাহ্মণ ১০ দিনৰ, ক্ষত্রিয় ১২ দিনৰ, বৈশ্য ১৫ দিনৰ আৰু শূদ্র ৩০ দিনৰ অন্তত অশৌচৰ পৰা শুদ্ধ হব।

গতিকে কলিতাসকলে ১২ দিনত শাস্ত্রৰ বিধানমতে অশৌচ ছেদন কৰিব লাগে। তাকে নকৰিলে পাপ হয়। কিন্তু যিসকল কলিতাই ব্রাত্য-প্রায়শ্চিত্ত হোৱা নাই সি সকলে শাস্ত্রৰ এই আদেশ পালন কৰিবলৈ টান পায়। বিশেষতঃ মনুৱে কৈছে,—

ন হ্যস্মিন্ যুজ্যতে কর্ম্ম কিঞ্চিদামৌঞ্জী-বন্ধনাৎ।

অর্থাৎ মৌঞ্জীবন্ধনৰ ( উপনয়নৰ ) পূর্ব্বে শ্রুতি-স্মৃতিমূলক কোনো বৈদিক কর্ম্মত দ্বিজাতিৰ অধিকাৰ নজন্মে ।

উল্লিখিত মনুৰ বাক্যৰ পৰা ইয়াকো দেখিবলৈ পোৱা যায় যে, ব্রাত্য-দোষৰ পৰা প্রায়শ্চিত্ত হৈ মুক্ত নোহোৱাকৈ আৰু উপনয়ন অর্থাৎ লগুণ-দিয়নী কার্য্য নকৰাকৈয়ে যে কোনো কোনো কলিতা জাতিৰ লোকে নান্দিমুখ শ্রাদ্ধাদি কৰি অন্ন-প্রাশন আৰু চূড়াকৰণ আদি বৈদিক কার্য্য কৰে,—সেই কার্য্য বৃথা আৰু নিতান্ত অশাস্ত্রীয় অর্থাৎ শাস্ত্র নিষিদ্ধ । তেনে কার্য্যৰ দ্বাৰা শুভ ফল নহৈ বৰং শাস্ত্রৰ নিষেধ ভঙ্গ কৰা বাবে দোষহে জন্মে ।

৩। ব্রাত্য-দোষৰ পৰা উদ্ধাৰ হৈ উপনীত নহলে ব্রাত্য-দোষ-গ্রস্ত লোকৰ শাস্ত্রমতে বেদাধ্যয়নতো অধিকাৰ নজন্মে । মনুৱে কৈছে,—

কৃতোপনয়নস্যাস্য ব্রতাদেশনমিষ্যতে ।
ব্রহ্মণো গ্রহণঞ্চৈব ক্রমেণ বিধিপূর্ব্বকম্ ॥

অর্থাৎ উপনয়ন হৈ যোৱাৰ পিছতহে দ্বিজসকলত ব্রতাদেশ আৰু বিধিপূর্ব্বক বেদ-গ্রহণৰ ভাৰ অর্পিত হয় ।

উপনয়ন নহলে বেদত অধিকাৰ নজন্মে। কিন্তু ব্রাত্য-প্রায়শ্চিত্ত নহলে উপনয়ন হব নোৱাৰে। গতিকে শাস্ত্রমতে বেদাধ্যয়নৰ অধিকাৰী হব খুজিলে তাৰ পূর্ব্বে ব্রাত্য দোষৰ পৰা মুক্ত হব লাগে। কোনো কোনোৱে এই কথাৰ প্রতিবাদ কৰি কব পাৰে যে, বিনা উপনয়নে বেদ অধ্যয়ন কৰিলে নো কি দোষ ঘটিব পাৰে? তাৰ পৰা শাস্ত্রমতে কি দোষ হব পাৰে বা নোৱাৰে সেই বিষয়ে আমি একো কব ইচ্ছা নকৰোঁ। কিন্তু আমি এই কথাটি ডাঠকৈ কব পাৰোঁ যে, যি ঘৰত উপনয়ন আদি সংস্কাৰবান আৰু সদাচাৰবান লোক আছে সেই ঘৰৰ সন্তানবিলাকৰ আৰু যি ঘৰত সেইবোৰ সংস্কাৰ প্রচলিত নাই সেই ঘৰৰ সন্তানবিলাকৰ ভিতৰত ধর্ম্ম-শাস্ত্রৰ জ্ঞানৰ বিশেষ তাৰতম্য দেখা যায়। সংস্কাৰ আৰু সদাচাৰবান লোকৰ ঘৰৰ সন্তান-সন্ততিবিলাকে যে স্বাভাবিকতে কিছু পৰিমাণে ধর্ম্ম-শাস্ত্রৰ জ্ঞান লাভ কৰে তাত কোনো সন্দেহ নাই। আৰু উপনীত হৈ উঠিলে সবাই অন্ততঃ সামান্য পৰিমাণেও যে ধর্ম্ম-জ্ঞান লভিবলৈ যত্ন কৰিব আৰু অভিভাবকসকলেও যে কিছু

পৰিমাণে সেই বিষয়ে মনোযোগ দিব, এনে আশা কৰা অসঙ্গত নহয়।

## ব্ৰাত্যোদ্ধাৰ সম্পূৰ্ণৰূপে শাস্ত্ৰানুমোদিত।

১। পাপ মাত্ৰৰে প্ৰায়শ্চিত্ত আছে। এনে পাপ নাই যাৰ প্ৰায়শ্চিত্ত হব নোৱাৰে। ব্ৰাত্য হোৱাও এটি পাপ। গতিকে ইয়াৰ প্ৰায়শ্চিত্ত আছে। মনুসংহিতাত কৈছে,—

অকামতঃ কৃতং পাপং বেদাভ্যাসেন শুধ্যতি।
কামতস্তু কৃতং মোহাৎ প্ৰায়শ্চিত্তৈ পৃথগ্বিধৈঃ॥

অৰ্থাৎ অনিচ্ছাপূৰ্ব্বক কৃত পাপ বেদাভ্যাসৰ দ্বাৰা নষ্ট হয়। কিন্তু মোহবশতঃ ইচ্ছাপূৰ্ব্বক কৰা পাপ নানা প্ৰকাৰ পৃথক পৃথক প্ৰায়শ্চিত্তৰ দ্বাৰা নষ্ট হয়।

২। ইতিপূৰ্ব্বে উল্লেখ কৰা মহাভাৰতৰ উক্তিৰ পৰাও দেখা যায় যে, কশ্যপ মুনিয়ে ব্ৰাত্য-ক্ষত্ৰিয় সকলৰ ভিতৰৰ অইন কি 'সৰ্ব্বাকৰ্ম্মা' আদি কল্পিত নাম গ্ৰহণ কৰি শূদ্ৰৰ দৰে আচাৰ পালন কৰি থকা ক্ষত্ৰিয়

কিছুমানকো সংস্কাৰ কৰি পুনঃ ক্ষত্ৰিয়ৰ আসনত স্থাপন কৰিছিল। ইয়াৰপৰা ফট্‌ফট্‌টিয়াকৈ দেখা যায় যে, কোনো ক্ষত্ৰিয়ই যিমান পৰিমাণেই পতিত নহওক কিয়, ইচ্ছা কৰিলে নিজ জাতিৰ অধিকাৰ লভিব পাৰে:

৩। সেই দেখিয়ে আজি কালিৰ দিনতে ভাৰতৰ নানা প্ৰদেশৰ শিক্ষিত, কৃতবিদ্য আৰু হিন্দু সমাজৰ উচ্চস্থানীয় অথচ পুৰুষানুক্ৰমে শূদ্ৰৰ দৰে ৩০ দিনত অশৌচ ছেদন কৰি থকা ব্ৰাত্য ক্ষত্ৰিয়-সকলক প্ৰায়শ্চিত্ত হৈ উপবীত গ্ৰহণপূৰ্ব্বক ১২ দিনৰ অন্তত অশৌচ খণ্ডন কৰি ক্ষত্ৰিয়ৰ আচাৰ পালন কৰা আমি দেখিবলৈ পাওঁ। তাৰ দৃষ্টান্ত উল্লেখ কৰাৰ কোনো আৱশ্যক নাই। যি সকল লোকে বৰ্ত্তমান কালৰ বাতৰি কাকত পঢ়ে তেওঁ-লোকে প্ৰায় মাহে বা দুই মাহে ইয়াৰ বাতৰি পাই থাকে।

৪। ক্ষত্ৰিয়ই পুৰুষানুক্ৰমে ব্ৰাত্যতা প্ৰাপ্ত হলেও যে শাস্ত্ৰ নিৰ্দ্দিষ্ট প্ৰায়শ্চিত্তৰ পিছত উপবীত গ্ৰহণ কৰি ৮২ দিনৰ অন্তত অশৌচ ছেদন কৰিব পাৰে, সেই বিষয়ে শাস্ত্ৰৰ বিধান আৰু পণ্ডিতসকলৰ ব্যৱস্থাৰ অভাব নাই। তেনে ব্যৱস্থা আমাৰ

হাতেত বহুখনো আছে। বিশেষতঃ যিবিলাক কলিতা জাতিৰ লোকে পুৰুষানুক্ৰমে ব্ৰাত্যতা প্ৰাপ্ত হৈছে, তেওঁলোকে প্ৰায়শ্চিত্ত হোৱাৰ, উপবীত গ্ৰহণ কৰাৰ আৰু ১২ দিনত অশৌচ ছেদন কৰিব পৰা যি ব্যৱস্থা আমাৰ হাতত আছে, সেই ব্যৱস্থা পঢ়ি চাই 'পতিতোদ্ধাৰ মীমাংসা' নামক প্ৰসিদ্ধ গ্ৰন্থ-প্ৰণেতা ৺সাৰদা মঠৰ ভূতপূৰ্ব্ব জগৎ-গুৰু শঙ্কৰাচাৰ্য্য পণ্ডিতাগ্ৰগণ্য স্বামী ত্ৰিবিক্ৰম বিষ্ণুতীৰ্থ মহাৰাজজীয়ে সেই ব্যৱস্থা শাস্ত্ৰ-মৰ্ম্মানু-সাৰিণী অৰ্থাৎ ঠিক শাস্ত্ৰ মতে হৈছে বুলি নিজ হাতে লিখি দি সেই ব্যৱস্থা পত্ৰ সমৰ্থন কৰিছে। তেখেতে কলিতাসকলৰ ব্ৰাত্যোদ্ধাৰৰ কথা শুনি অত্যন্ত সন্তোষ প্ৰকাশ কৰিছে। অইন কি এই কথাত তেখেতৰ সম্পূৰ্ণ সন্মতিৰ চিহ্নস্বৰূপে তেখেতে গত ১৩৩০ চনৰ ৩০ বৈহাগ তাৰিখে গুৱাহাটীত পতা কিছুমান কলিতাৰ ব্ৰাত্য-সংস্কাৰ কাযাত নিজে আচাৰ্য্যৰূপে উপস্থিত থাকি আৰু নিজ হাতে কেইজনমানক উপবীত প্ৰদান কৰি অৰ্থাৎ লগুণ দি সহানুভূতি প্ৰকাশ কৰিছিল।

## ব্রাত্যোদ্ধাৰ হোৱা ক্ষত্রিয়ই ১২ দিনৰ অন্তত অশৌচ খেদাব লাগে।

ব্রাত্য-প্রায়শ্চিত্ত হোৱা কলিতাসকলে অশৌচ ১২ দিনত ছেদন কৰা কৰ্ত্তব্য। কাৰণ মনুসংহিতাত কৈছে,—

শুদ্ধেদ্বিপ্রো দশাহেন দ্বাদশাহেন ভূমিপঃ।
বৈশ্য পঞ্চদশাহেন শূদ্রো মাসেন শুধ্যতি॥

অৰ্থাৎ ব্রাহ্মণ ১০ দিনৰ, ক্ষত্রিয় ১২ দিনৰ, বৈশ্য ১৫ দিনৰ আৰু শূদ্র ৩০ দিনৰ অন্তত অশৌচৰ পৰা শুদ্ধ হব।

যি জাতিৰ যিমান দিনত শাস্ত্রমতে অশৌচ ছেদন কৰা উচিত, সেই জাতিয়ে তাতকৈ অধিক দিনৰ পিছত অশৌচ খেদোৱা অত্যন্ত দোষৰ বিষয়। সেই বিষয়ে মনুৱে কৈছে,—

ন বৰ্দ্ধয়েদঘাহানি।

অৰ্থাৎ—অশৌচৰ দিন নবঢ়াবা।

গতিকে যদি কোনো কলিতাই জানি শুনিও ১২ দিনত-অশৌচ ছেদন নকৰি ৩০ দিনত অশৌচ ছেদন কৰে, তেন্তে তেওঁৰ শাস্ত্রৰ ব্যৱস্থামতে পাপ হব।

# চতুৰ্থ অধ্যায়।

——:*:——

## কৃষিকৰ্ম্ম আৰু বিধবা-বিবাহ ক্ষত্ৰিয়ৰ পক্ষে নিষিদ্ধ নহয়।

১। কৃষি-কাৰ্য্য অৰ্থাৎ হাল-ভাৰ বোৱা আদি খেতিৰ কাম ক্ষত্ৰিয়ৰ পক্ষে নিষিদ্ধ নহয়।

(১) মনুসংহিতাত লিখিছে,---

অজীবংস্তু যথোক্তেন ব্ৰাহ্মণঃ স্বেন কৰ্ম্মণা।
জীবেৎ ক্ষত্ৰিয়-ধৰ্ম্মেণ স হ্যস্য প্ৰত্যনন্তৰঃ॥

অৰ্থাৎ যদি ব্ৰাহ্মণে নিজ জাতিৰ কৰ্ম্ম অধ্যাপনাদিৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰিব নোৱাৰে, তেন্তে অস্ত্ৰ-গ্ৰহণ প্ৰভৃতি ক্ষত্ৰিয়ৰ কৰ্ম্মৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰিব; যেহেতু ক্ষত্ৰিয়ৰ ধৰ্ম্ম ব্ৰাহ্মণৰ নিকটস্থ।

উভাভ্যামপ্যজীবংস্তু কথং স্যাদিতি চেদ্ভবেৎ।
কৃষি-গোৰক্ষমাস্থায় জীবেৎ বৈশ্যস্য জীবিকাম্॥

অৰ্থাৎ যদি আপোন আৰু ক্ষত্ৰিয়ৰ বৃত্তিৰ দ্বাৰাও ব্ৰাহ্মণৰ জীৱিকা নচলে তেন্তে কৃষি,

আৰু গো-পালন প্ৰভৃতি বৈশ্যৰ বৃত্তি আশ্ৰয় কৰিব।

জীবেদেতেন ৰাজন্যঃ সৰ্ব্বেণাপ্যানয়ং গতঃ।

অৰ্থাৎ ব্ৰাহ্মণৰ আপদ কালত যিৰূপ জীৱিকা উক্ত হ'ল ক্ষত্ৰিয়ইও বিপদত পৰিলে (অৰ্থাৎ যুদ্ধ বৃত্তিৰ দ্বাৰা জীৱিকা নচলিলে) তদনুৰূপ অৰ্থাৎ কৃষি গোৰক্ষা আদি বৈশ্যৰ বৃত্তিৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰিব।

ক্ষত্ৰিয়সকলৰ বৰ্ত্তমান কালত যে যুদ্ধ-বৃত্তিৰ দ্বাৰা জীৱিকা নচলে, তাক কোৱা অনাৱশ্যক। অইন কি সংখ্যাত অলপ হোৱা সত্ত্বেও ব্ৰাহ্মণ জাতীয় লোকে নিজ জাতীয় বৃত্তিত বাহিৰেও নানা উপায়ে জীৱিকা নিৰ্ব্বাহ কৰিব বাধ্য হৈছে। এনে স্থলত সংখ্যাত সবাতকৈ বৃহৎ অসমৰ কলিতা জাতীয় লোকে হাল-ভাৰ বৈ বৈশ্য বৃত্তি কৃষি কাৰ্য্য কৰিবলৈ যে বাধ্য, তাক কোৱা নিষ্প্ৰয়োজন আৰু এনে অৱস্থাত কৃষি-কাৰ্য্য কৰা শাস্ত্ৰমতে দোষণীয় নহয়।

(২) পৰাশৰ সংহিতাত লিখিছে,—

ক্ষত্ৰিয়োঽপি কৃষিং কৃত্বা দেবান্ বিপ্ৰাংশ্চ পূজয়েৎ
বৈশ্যঃ শূদ্ৰস্তথা কুৰ্য্যাৎ কৃষি-বাণিজ্য-শিল্পকম্॥

অৰ্থাৎ (কলিকালত) ক্ষত্রিয়ইও কৃষি কাৰ্য্য কৰি দেৱতা আৰু বিপ্ৰসকলক পূজা কৰিব। বৈশ্য আৰু শূদ্ৰেও সেইদৰে কৃষি, বাণিজ্য আৰু শিল্প কাৰ্য্য কৰিব।

(৩) ইয়াত বাহিৰেও শুনা যায় যে, নেপালৰ কোনো কোনো ব্ৰাহ্মণ আৰু ক্ষত্রিয়ই আৰু পশ্চিম দেশৰ অনেক ক্ষত্রিয়ই নিজ হাতে হাল বাই কৃষি কাৰ্য্য কৰে আৰু তাৰ দ্বাৰা তেওঁলোকৰ জাতি বা সম্মান নষ্ট নহয়।

গতিকে অসমৰ কলিতাসকলৰ হাল-ভাৰ বোৱাত শাস্ত্ৰমতে কোনো দোষ হোৱা নাই আৰু এই বৃত্তি ত্যাগ কৰা অনুচিত।

২। ঋতুমতী বা ৰজস্বলা কন্যাৰ বিবাহ শাস্ত্ৰ সঙ্গত।

(১) মনুসংহিতাত লিখিছে,—

কামমামৰণাৎ তিষ্ঠেৎ গৃহে কন্যার্ত্তুমত্যপি।
ন চৈবৈনাং প্ৰযচ্ছেত্তু গুণহীনায় কৰ্হিচিৎ॥

অৰ্থাৎ ঋতুমতী হৈও কন্যা বৰং যাৱজ্জীৱন পিতৃ গৃহতে থাকিব কিন্তু গুণ-হীন বৰত কন্যা দান নকৰিব।

ইয়াৰ তাৎপৰ্য্য এই যে, উপযুক্ত বৰ নাপালে কন্যা ঋতুমতী হোৱাৰ পিছতো উপযুক্ত ৰবলৈ বাট চাব লাগিব; আৰু তাৰ পিছত উপযুক্ত বৰ পালে বিয়া দিব। জাতি যোৱাৰ ভয়ত ঋতুমতী হোৱাৰ পূৰ্ব্বেই কণা-কুজা নাবাচি যতে পায় ততে কন্যা বিয়া দিয়া নিষেধ।

(২) সেই দেখিয়ে বঙ্গদেশৰ সৰ্ব্বশ্ৰেষ্ঠ কুলীন ব্ৰাহ্মণসকলৰ ভিতৰত ঋতুমতী হোৱাৰ বহু বছৰ পিছতো কন্যা বিবাহ দিয়া ৰীতি আজিলৈ চলি আহিছে।

## বিধবা-বিবাহ।

৩। বিধবা বিবাহ শাস্ত্ৰ-বিৰুদ্ধ নহয়, বৰং শাস্ত্ৰানুমোদিত হে।

(১) এই বিষয়ে পৰাশৰ সংহিতাত লিখিছে,

নষ্টে মৃতে প্ৰব্ৰজিতে ক্লীবে চ পতিতে পতৌ।
পঞ্চস্বাপৎস্বু নাৰীণাং পতিৰন্যো বিধীয়তে॥

অৰ্থাৎ স্বামী নিৰুদ্দেশ হলে, মৰিলে, সংসাৰ ধৰ্ম্ম পৰিত্যাগ কৰিলে, ক্লীব সাব্যস্থ হলে অথবা

পতিত হলে, এই পাচটি আপদৰ কোনো এটি ঘটিলে স্ত্রীয়ে অন্য পতি গ্রহণ কৰিব পাৰে।

ঋষি পৰাশৰে এই ব্যৱস্থা কোনো এক জাতিৰ লোকৰ নিমিত্তে দিয়া নাই ; এই বিধি ব্রাহ্মণ, ক্ষত্রিয় বৈশ্য আৰু শূদ্র এই চাৰি জাতিৰ লোকৰ হিতৰ নিমিত্তে নির্দ্ধাৰিত কৰিছে। বিশেষতঃ কলিকালত পৰাশৰৰ মতেই পালনীয়; যেহেতু,—

কৃতে তু মানবা ধর্ম্মা স্ত্রেতায়াং গৌতমাঃ স্মৃতাঃ।
দ্বাপৰে শঙ্খ-লিখিতাঃ কলৌ পাৰাশৰাঃ স্মৃতাঃ ॥

অর্থাৎ মনু নিৰূপিত ধর্ম্ম সত্য যুগৰ ধর্ম্ম, গৌতম নিৰূপিত ধর্ম্ম ত্রেতাযুগৰ ধর্ম্ম, শঙ্খ-লিখিত নিৰূপিত ধর্ম্ম দ্বাপৰ যুগৰ ধর্ম্ম (আৰু) পৰাশৰ-নিৰূপিত ধর্ম্ম কলি যুগৰ ধর্ম্ম।

গতিকে বর্ত্তমান কলিকালত প্রযোজ্য পৰাশৰ স্মৃতিয়ে বিধবা-বিবাহ নিষেধ নকৰি বিধবা-বিবাহৰ বিধিহে দিছে।

(২) নাৰদ সংহিতাত লিখিছে,—

নষ্টে মৃতে প্রব্রজিতে ক্লীবে চ পতিতে পতৌ।
পঞ্চস্বাপৎসু নাৰীনাং পতিৰন্যো বিধীয়তে ॥
অষ্টৌ বর্ষাণ্যপেক্ষেত ব্রাহ্মণী প্রোষিতং পতিং।
অপ্রসূতা তু চত্বাৰি পৰতোঽন্যং সমাশ্রয়েৎ ॥

ক্ষত্রিয়া ষট্ সমাস্তিষ্ঠেদপ্রসূতা সমাত্রয়ম্।
বৈশ্যা প্রসূতা চত্বারি দ্বে বর্ষে ত্বিতরা বসেৎ॥
ন শূদ্রায়াঃ স্মৃতঃ কাল এষঃ প্রোষিত-যোষিতাম্।
জীবতি শ্রূয়মাণে তু স্যাদেষ দ্বিগুণো বিধিঃ॥
অপ্রবৃত্তৌ তু ভূতানাং দৃষ্টি রেষা প্রজাপতেঃ।
অতোঽন্যগমনে স্ত্রীণামেষ দোষো ন বিদ্যতে॥

অর্থাৎ—“স্বামী অনুদ্দেশ হলে, মৰিলে, সংসাৰ ধৰ্ম্ম পৰিত্যাগ কৰিলে, ক্লীব সাব্যস্থ হলে অথবা পতিত হলে, এই পাচটি আপদৰ কোনো এটি ঘটিলে (সকলো জাতিৰ) স্ত্রীসকলৰ পুনৰ্ব্বিবাহ শাস্ত্র বিহিত।

“স্বামী অনুদ্দেশ হলে (অৰ্থাৎ কত আছে, তাৰ ঠিকনা নাইকীয়া হলে) ব্ৰাহ্মণ জাতীয়া স্ত্রীয়ে (স্বামীৰ নিমিত্তে) আঠ বছৰ বাট চাব, যদি সন্তান নোহোৱা স্ত্রী হয়, তেন্তে চাৰি বছৰ বাট চাব, তাৰ পিছত অন্য পুৰুষৰ আশ্ৰয় লব (অৰ্থাৎ দ্বিতীয় পতি গ্ৰহণ কৰিব)। ক্ষত্ৰিয় জাতীয়া স্ত্রীয়ে ছয় বছৰ বাট চাব, যদি সন্তান নোহোৱা স্ত্রী হয়, তেন্তে তিনি বছৰ বাট চাব আৰু বৈশ্য জাতীয়া স্ত্রীয়ে সন্তান হোৱা হলে চাৰি বছৰ আৰু সন্তান

নোহোৱা হলে তুই বছৰ বাট চাব, তাৰ পিছত অন্যত বহিব (অর্থাৎ অন্য পতি গ্রহণ কৰিব)। শূদ্র জাতীয়া স্ত্রীৰ প্রতীক্ষাৰ (অর্থাৎ বাট চোৱাৰ) সময়ৰ কোনো নিয়ম নাই। নিৰুদ্দেশ হলেও যদি স্বামী জীৱিত থকা বুলি শুনা যায় তেন্তে ওপৰোক্ত সময়ৰ দ্বিগুণলৈ বাট চাব। কোনো সংবাদ নাপালে পূর্ব্বোক্ত কালেই নিয়ম। অতএব এনে স্থলত স্ত্রীসকলৰ পুনর্ব্বিবাহত কোনো দোষ নাই।"

ইয়াৰপৰা দেখা যায় যে, শাস্ত্রৰ বিধানমতে স্বামী নিৰুদ্দেশ হলে ব্রাহ্মণ, ক্ষত্রিয়, বৈশ্য আৰু শূদ্র আটাই কেই জাতিৰ তিৰোতাই কিছুকাল বাট চাই, অইন কি স্বামী জীবিত থকা বুলি জানিব পাৰিলেও আৰু এনে কি সন্তান হোৱা স্বত্বেও দ্বিতীয় পতি গ্রহণ কৰিব পাৰে। যদি স্বামী নিৰুদ্দেশ হোৱা-তেই সন্তান হোৱা স্ত্রীয়েও অন্য স্বামী ভজিব পাৰে, তেন্তে স্বামী মৃত হোৱা, সন্তান থকা বা সন্তান হোৱা বিধবাই যে দ্বিতীয় পতি লব পাৰে,—তাক বহলাই কোৱাৰ কোনো আৱশ্যক নাই।

(৩) পূৰণি কালতো বিধবা-বিবাহ প্রচলিত আছিল। মহাভাৰতত পোৱা যায়,—

অৰ্জ্জুনস্যাত্মজঃ শ্ৰীমানিৰাবান্নাম বীৰ্য্যবান্ ।
সুতায়াং নাগৰাজস্য জাতঃ পাৰ্থেন ধীমতা ॥
ঐৰাবতেন সা দত্তা হ্যনপত্যা মহাত্মনা ।
পত্যৌ হতে সুপৰ্ণেন কৃপণা দীনচেতসা ।
ভাৰ্য্যাৰ্থং তাঞ্চ জগ্ৰাহ পাৰ্থঃ কামবশানুগাম্ ॥

অৰ্থাৎ নাগৰাজৰ কন্যাৰ পৰা অৰ্জ্জুনৰ ইৰাবান নামেৰে এটি শ্ৰীমান আৰু বীৰ্য্যবান পুত্ৰ জন্মিছিল। সুপৰ্ণ ই এই কন্যাৰ স্বামীক বধ কৰাৰ পিছত নাগৰাজ মহাত্মা ইৰাবতে সেই শোকাতুৰা বিষণ্ণা আৰু পুত্ৰহীনা কন্যাক অৰ্জ্জুনক দান কৰিছিল ; অৰ্জ্জুনেও সেই বিবাহাৰ্থিনী কন্যাক বিবাহ কৰিছিল।

(৪) বৰ্ত্তমান কালতো ভাৰতৰ নানা ঠাইত দ্বিজাতিৰ ভিতৰত বিধবা-বিবাহ প্ৰচলিত আছে। আৰু যিবিলাক সমাজত বিধবা-বিবাহ প্ৰচলিত নাই তাতো বিধবা-বিবাহ চলাবলৈ ভাৰতৰ বিভিন্ন ঠাইত আন্দোলন চলিব ধৰিছে। যিসকলে বাতৰি কাকত পঢ়ে তেওঁলোকক এই বিষয় কোৱাৰ সকাম নাই। লাহোৰৰ 'বিধবা-বিবাহ সহায়ক সভা'ৰ ১৯২৩ চনৰ বাৎসৰিক ৰিপোৰ্টৰ পৰা দেখা যায় যে, অতি অলপ দিনৰ ভিতৰতে বিধবা-বিবাহ চল নথকা

উচ্চ জাতীয় হিন্দুৰ ভিতৰত ২০৬৮ টি বিধবা-বিবাহ সম্পাদিত হৈছে। ইয়াৰ ভিতৰত ৩৭৭ টি ব্ৰাহ্মণৰ ভিতৰত, ৪৬২ টি ক্ষত্ৰিয়ৰ ভিতৰত আৰু বাকী কেইটি অন্য জাতিৰ ভিতৰত।

ইয়াৰ পৰা দেখা যায় যে, বিধবা-বিবাহ শাস্ত্ৰ বিৰুদ্ধ নহয় বা সদাচাৰ বহিৰ্ভূত নহয়। ই শাস্ত্ৰ বিহিত আৰু সমাজত হিতকৰী। সেই দেখি বৰ্ত্তমান সময়ৰ মনিষীসকলে হিন্দু সমাজৰ যি যি ঠাইত এই ৰীতি প্ৰচলিত নাই তাতো চলাবলৈ যত্নবান হৈছে।

ওপৰত আলোচনা কৰা কথা কেইটিৰ পৰা কটকটিয়াকৈ দেখা যায় যে, ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যসকলৰ পক্ষেও কৃষি-কাৰ্য্য, ৰজস্বলা কন্যাৰ বিবাহ আৰু বিধবাৰ পুনৰ্ব্বিবাহ শাস্ত্ৰ বিহিত।

শাস্ত্ৰৰ বিধিটো আছেই। তাৰ উপৰিও এটি গমি চাবলগীয়া কথা আছে। সেইটো হৈছে,—সদাচাৰ। অসম দেশত অতি পুৰণি কালৰে পৰা হিন্দু সমাজৰ উচ্চ শ্ৰেণীৰ লোকৰ ভিতৰত হাল-ভাৰ বৈ কৃষি কৰা, ৰজস্বলা কন্যাৰ বিবাহ আৰু বিধবা-বিবাহ সাধুজনৰ সম্মতিমতে চলি আহিছে আৰু

এইবোৰ ৰীতি সদাচাৰৰ ভিতৰত গণ্য হৈছে। মনুৱে কৈছে,—

বেদঃ স্মৃতিঃ সদাচাৰঃ স্বস্য চ প্রিয়মাত্মনঃ।
এতচ্চতুৰ্ব্বিধং প্রাহুঃ সাক্ষাদ্ধৰ্ম্মস্য লক্ষণম্ ॥

অৰ্থাৎ বেদ, স্মৃতি, সদাচাৰ আৰু নিজৰ বিবেক-বুদ্ধি এই চাৰিটি ধৰ্ম্মৰ সাক্ষাৎ লক্ষণ বুলি ঋষি সকলে নিৰ্দ্দেশ কৰিছে।

কৃষি-কাৰ্য্য, ৰজস্বলা-কন্যাৰ বিবাহ, আৰু বিধবা-বিবাহ শাস্ত্র সম্মত, সদাচাৰ সমৰ্থিত আৰু বিবেক-বুদ্ধিৰ অনুমোদিত। গতিকে এইবোৰ ৰীতি ত্যাগ কৰিবলৈ উপদেশ দিয়া নিতান্ত অনুচিত। কিন্তু দুখৰ বিষয় এই যে, বৰ্ত্তমান সময়তো কোনো কোনো শিক্ষিত-নামধাৰী লোকে এইবোৰ ৰীতি পালন কৰা লোকসকলক ঘৃণাৰ চকুৰে দেখে আৰু নিন্দা কৰিবলৈকো কুণ্ঠিত নহয়।

## পঞ্চম অধ্যায়।

——:❋:——

### সামৰণি।

—:❋:—

### ধৰ্ম্মই মনুষ্য জাতিৰ শ্ৰেষ্ঠতা আৰু বিশেষত্ব সম্পাদন কৰিছে।

উত্তম খাদ্য খাই, উত্তম বস্ত্ৰাদি পৰিধান কৰি, প্ৰচুৰ পৰিমাণে ধন সংগ্ৰহ কৰি আৰু বহু পুত্ৰ পৰিজন এৰি মানৱ জীৱনৰ অন্ত পেলোৱা, মনুষ্য জীৱনৰ মুখ্য উদ্দেশ্য বুলিব নোৱাৰি। গভীৰ ভাবে চিন্তা কৰি চালেই বুজা যায় যে, এইবিলাক মনুষ্য জীৱনৰ চৰম অবলম্বনায় বস্তু হব নোৱাৰে। এইবিলাকৰ পৰা লাভ কৰা আনন্দ বা তৃপ্তি অত্যন্ত ক্ষণস্থায়ী আৰু অন্তঃসাৰবিহীন। জীৱনৰ শেষ ভাগত এইবিলাক বস্তুৱে চিন্তাশীল কোনো মানুহকে সুখ বা শান্তি দিব নোৱাৰে। এই বিলাকৰ পৰা চৰম শান্তি পোৱা নাযায়। সেই দেখিয়ে পৃথিবীৰ উচ্চ-নীচ, সভ্য-অসভ্য সমস্ত জাতিয়ে অন্য উপায়ৰ দ্বাৰা শান্তি লাভ কৰিবলৈ যত্নবান হৈছে, আৰু সেই যত্নৰ ফলস্বৰূপে বিভিন্ন

জাতিৰ বিভিন্ন অৱস্থা, সংস্কাৰ, শিক্ষা আৰু অভিৰুচি অনুসাৰে পৃথিবীৰ নানা ধৰ্ম্মৰ সৃষ্টি হৈছে। আৰু নিজ নিজ জাতীয় ধৰ্ম্মৰ ভিতৰেদি সকলো জাতিয়ে সেই চৰম শান্তিৰ অনুসন্ধানত মনোযোগ দিছে।

মনুষ্যত বাহিৰে পৃথিবীৰ যাবতীয় প্ৰাণীয়ে কেৱল ঐহিক সুখ অৰ্থাৎ খোৱা-লোৱা আৰু পুৰুষ-স্ত্ৰী-সহবাস প্ৰভৃতিৰ পৰা ওপজা, এই জীৱনতে মাত্ৰ উপভোগ কৰিব পৰা, ক্ষণস্থায়ী সুখৰ অনুসন্ধানতে জীৱন কটায়; কেতিয়াও পৰকালৰ নিমিত্তে নাভাবে। মানুহে কিন্তু ইহ কালৰ সুখকে একমাত্ৰ সুখ বুলি নাভাবি পৰকালৰ সুখ অৰ্থাৎ অক্ষয়, নিত্য আৰু চৰম সুখ বা শান্তিৰ নিমিত্তে যত্নবান হয়। আৰু তাতেই মনুষ্য জাতিৰ বিশেষত্ব। শাস্ত্ৰত কৈছে,—

আহাৰ-নিদ্ৰা-ভয-মৈথুনাদি
　　সামান্যমেতৎ পশুভি ৰ্নৰাণাম্।
ধৰ্ম্মো হি তেষামধিকো বিশেষো
　　ধৰ্ম্মেণ হীনাঃ পশুভিঃ সমানাঃ॥

অৰ্থাৎ 'আহাৰ, নিদ্ৰা, ভয়, মৈথুন (স্ত্ৰী-পুৰুষ-সহবাস) প্ৰভৃতি কাৰ্য্য পশু আৰু মনুষ্য উভয়ৰে সমান; কেৱল ধৰ্ম্মই মনুষ্য জাতিৰ শ্ৰেষ্ঠতা আৰু

বিশেষত্ব সম্পাদন কৰিছে। অতএৱ ধৰ্ম্মহীন মনুষ্য পশুৰ সমান।

গতিকে প্ৰত্যেক মানুহে তেওঁৰ নিজ ধৰ্ম্মৰ মাজেদি সেই চৰম শান্তি আৰু সেই চৰম শান্তিৰ মূলাধাৰ ভগবৎপ্ৰাপ্তিৰ নিমিত্তে যত্নবান হোৱা উচিত। নহলে মনুষ্য জীৱন লাভৰ কোনো সাৰ্থকতা নাই।

বিভিন্ন স্থানৰ বিভিন্ন জাতিয়ে তেওঁলোকৰ শিক্ষা, সংস্কাৰ, বাস-ভূমি আৰু জল-বায়ুৰ অৱস্থা আৰু অভিৰুচি অনুসাৰে নিজ নিজ জাতিৰ নিমিত্তে বিভিন্ন প্ৰকাৰৰ ধৰ্ম্মানুষ্ঠানৰ ব্যৱস্থা কৰিছে। গতিকে নিজ নিজ ধৰ্ম্মৰ নিৰ্দ্দিষ্ট অনুষ্ঠানবোৰ পালন কৰিলে ধৰ্ম্মত সিদ্ধি যে সহজে আৰু সুচাৰুৰূপে হব, তাত সন্দেহ নাই। গীতাত কৈছে,—

শ্ৰেয়ান্ স্বধৰ্ম্মো বিগুণঃ পৰধৰ্ম্মাৎ স্বনুষ্ঠিতাৎ।
স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্মো ভয়াবহঃ ॥

অৰ্থাৎ সৰ্ব্বাঙ্গ সুন্দৰ ভাবে পালন কৰিব-নোৱাৰিলেও স্বধৰ্ম্ম সুন্দৰৰূপে সম্পাদিত পৰধৰ্ম্মতকৈ শ্ৰেষ্ঠ। স্বধৰ্ম্মত নিধন হোৱাও ভাল; কিন্তু পৰধৰ্ম্ম ভয়াবহ।

## হিন্দুৰ ধৰ্ম্মানুষ্ঠান কি?

হিন্দু ঋষিসকলে হিন্দু জাতিৰ শিক্ষা, সংস্কাৰ আৰু অন্যান্য অৱস্থালৈ চাই হিন্দুসকলৰ নিমিত্তে ধৰ্ম্মানুষ্ঠানৰ ব্যৱস্থা কৰিছে। মনুৱে কৈছে,—

শ্রুতি-স্মৃত্যুদিতং ধৰ্ম্মমনুতিষ্ঠন্ হি মানবঃ।
ইহ কীৰ্ত্তিমবাপ্নোতি প্রেত্য চানুত্তমং সুখম্॥

অর্থাৎ শ্রুতি (বেদ) আৰু স্মৃতিয়ে যি যি কৰ্ম্ম নির্দ্দেশ কৰিছে, সেইয়ে ধৰ্ম্ম-কাৰ্য্য। সেই ধৰ্ম্ম-কাৰ্য্য আচৰণ কৰিলে মনুষ্যই এই লোকত যশ পায় আৰু মৃত্যুৰ পিচত পৰকালত সর্ব্বোৎকৃষ্ট সুখ পায়।

এবং শ্রুতি আৰু স্মৃতিয়ে বিভিন্ন জাতিৰ নিমিত্তে নির্দ্ধাৰণ কৰি দিয়া কর্ত্তব্য কৰ্ম্ম নিয়মিতৰূপে পালন কৰাকে ধৰ্ম্মানুষ্ঠান বা ধৰ্ম্মকাৰ্য্য কৰা বোলা হয়। বিষ্ণুপুৰাণত কৈছে:—

বর্ণাশ্রমেষু যে ধৰ্ম্মাঃ শাস্ত্রোক্তা নৃপসত্তম।
তেষু তিষ্ঠন্ নৰো বিষ্ণুমাৰাধয়তি নান্যথা॥

অর্থাৎ হে নৃপ, শাস্ত্ৰত যিবিলাক বর্ণাশ্রমৰ ধৰ্ম্ম উক্ত আছে, সেই সকলত যি জন মনুষ্য ৰত

থাকে, তেওঁৱেই বিষ্ণুৰ আৰাধনা কৰে, ই নিশ্চয়।

এই কথাকেই সেই পুৰাণতে আৰু বহলাই কৈছে :—

তস্মাৎ সদাচাৰৱতা পুৰুষেণ জনার্দ্দনঃ।
আৰাধ্যতে স্বৰ্ণোক্ত-ধৰ্ম্মানুষ্ঠানকাৰিণা ॥
ব্রাহ্মণঃ ক্ষত্রিয়ো বৈশ্যঃ শূদ্রশ্চ ধৰণীপতে।
স্বধৰ্ম্ম-তৎপৰো বিষ্ণুমাৰাধয়তি নান্যথা ॥

(অর্থাৎ) অতএব সদাচাৰযুক্ত হৈ নিজ নিজ জাতিৰ নির্দ্দিষ্ট ধৰ্ম্মানুষ্ঠান কৰিলেই ভগবান জনার্দ্দনৰ আৰাধনা কৰা হয়। হে ধৰণীপতি, ব্রাহ্মণ, ক্ষত্রিয়, বৈশ্য আৰু শূদ্র—ইবিলাকে নিজ নিজ জাতিৰ নির্দ্দিষ্ট ধৰ্ম্মকার্য্যত ৰত থাকিলেই—ইসকলৰ বিষ্ণুৰ আৰাধনা কৰা হয়,—ই নিশ্চয়।

## ধৰ্ম্ম-কার্য্য অৱজ্ঞাৰ বস্তু নহয়।

কি সভ্য, কি অসভ্য, কি উন্নত, কি অনুন্নত পৃথিবীৰ সকলো জাতিৰ আৰু সকলো ধৰ্ম্মৰ লোকৰ ভিতৰত ধৰ্ম্ম-কার্য্যৰ অনুষ্ঠান কম বা বেছি পৰিমাণে আবহমান কালৰে পৰা চলি আহিছে। আৰু

সাত্বিক ভাবে আৰু সবল বিশ্বাসেৰে সৈতে ধৰ্ম্ম-কাৰ্য্য পালন কৰা অনেক লোকে অতিশয় দৰিদ্ৰতা আৰু শোকৰ ভিতৰতো শান্তিৰে সৈতে আৰু সুখ মনেৰে জীৱন যাপন কৰা দেখা গৈছে। আৰু অন্যায় আৰু অতিৰিক্তভাবে ব্যয় নকৰি নিয়মিত-ৰূপে খৰচ কৰি সংস্কাৰ পালন আৰু ধৰ্ম্ম-কাৰ্য্য কৰি অহা লোকসকলকো সমাজত সেই হেতুকে নিঃকীন বা দুখীয়া হৈ যোৱা দেখা নাযায়। আৰু খৰচৰ ভয়ত ধৰ্ম্ম-কাৰ্য্যৰ প্ৰতি অৱহেলা কৰা লোকসকলকো সেই বাবে বৰ ধনী হোৱা দেখা নাযায়। আৰু কিহৰ নিমিত্তেই বা ধনৰ আৱশ্যক ? মনুষ্যৰ ধৰ্ম্মোপাৰ্জ্জনত সাহায্যৰ বাবেই ঘাইকৈ ধনৰ প্ৰয়োজন। সেই দেখিয়ে শাস্ত্ৰত কৈছে,—

ধনাদ্ধৰ্ম্ম স্ততঃ সুখম্ ।

অৰ্থাৎ ধনৰ পৰা ধৰ্ম্ম হয় আৰু ধৰ্ম্মৰ পৰা সুখ লাভ হয়। অতএব সাধ্য অনুসাৰে খৰচ কৰি প্ৰত্যেক লোকে নিজ নিজ জাতিৰ নিৰ্দ্দিষ্ট ধৰ্ম্ম-কাৰ্য্য কৰা উচিত। অৱশ্যে আধ্যাত্মিকতাত অত্যন্ত উন্নত লোকসকলৰ পক্ষে শাস্ত্ৰ নিৰ্দ্দিষ্ট ধৰ্ম্ম-কাৰ্য্যৰ অনুষ্ঠান নিতান্ত আৱশ্যকীয় নহব পাৰে;

কিন্তু সাধাৰণ শ্ৰেণীৰ লোকৰ পক্ষে নিয়মিতৰূপে সংস্কাৰ পালন আৰু ধৰ্ম্ম-কাৰ্য্য কৰা নিতান্ত আৱশ্যক। কাৰণ সাধাৰণ লোকৰ ভিতৰত কেই-জনে মানসিক পূজা বা কেৱল ভগবচ্চিন্তাৰ দ্বাৰা নিজৰ আধ্যাত্মিক উন্নতি কৰিবলৈ সমৰ্থ হব বুলি আশা কৰিব পাৰি? এতেকে অকাৰণ ব্যয়-সঙ্কোচৰ নাম কৰি খৰচৰ বাবে কুণ্ঠিত নহৈ জাতীয় সংস্কাৰ আৰু ধৰ্ম্মানুষ্ঠানৰ নিমিত্তে সকলোৱে যত্নবান হোৱা কৰ্ত্তব্য। আৰু আধ্যাত্মিকতাত উন্নত নাইবা শিক্ষিত লোকৰ ভিতৰতো যি সকল লোকে এইবিলাক কাৰ্য্য নিজৰ পক্ষে অনাৱশ্যক বিবেচনা কৰে, তেওঁলোকেও অন্ততঃ সাধাৰণ শ্ৰেণীৰ লোকৰ মঙ্গলৰ বাবে সি বিলাকক বাট দেখুৱাবলৈ শাস্ত্ৰ নিৰ্দ্দিষ্ট ধৰ্ম্ম-কাৰ্য্য কৰা উচিত। নহলে সেইবিলাক লোকে শিক্ষিত লোকসকলক দেখি ধৰ্ম্ম-কাৰ্য্যবোৰ ত্যাগ কৰিব; ইপিনে ধৰ্ম্ম-জ্ঞান বিবৰ্জ্জিত হৈ শেষত একে-বাৰে ধৰ্ম্মহীন জীৱন যাপন কৰিব লগীয়া হব। সেই দেখিয়ে গীতাত কৈছে,—

সক্তাঃ কৰ্ম্মণ্যবিদ্বাংসো যথা কুৰ্ব্বন্তি ভাৰত।
কুৰ্য্যাদ্বিদ্বাংস্তথাসক্ত শ্চিকীৰ্ষু লোকসংগ্ৰহম্ ॥

অৰ্থাৎ (আত্মজ্ঞলোকেও সাধাৰণ লোকৰ প্ৰতি কৃপা বশতঃ সিবিলাকৰ শিক্ষাৰ নিমিত্তে কৰ্ম্ম কৰা উচিত, সেই উদ্দেশ্যে ভগবানে অৰ্জ্জুনক কৈছে) হে ভাৰত, কৰ্ম্মত আসক্ত অজ্ঞ লোকে (নজনা মানুহে) যিদৰে কৰ্ম্ম কৰে, কৰ্ম্মত অনাসক্ত জ্ঞানী লোকেও সাধাৰণৰ শিক্ষাৰ নিমিত্তে সেইদৰে কৰ্ম্ম কৰিব।

## ধৰ্ম্ম-চৰ্চ্চাত সৰুকালৰে পৰা বিশেষকৈ মনোযোগ দিব লাগে।

ধৰ্ম্ম-চৰ্চ্চা যথা সম্ভব যুবা কালৰে পৰা কৰা উচিত। মহাভাৰতত কৈছে,—

শ্বঃকাৰ্য্যমদ্য কুৰ্ব্বীত পূৰ্ব্বাহ্নে চাপৰাহ্নিকম্।
নহি প্ৰতীক্ষতে মৃত্যুঃ কৃতং বাস্য নবা কৃতম্ ॥
কো হি জানাতি কস্যাদ্য মৃত্যু-কালো ভবিষ্যতি।
যুবৈব ধৰ্ম্মশীলস্যাদনিত্যং খলু জীবিতম্ ॥
কৃতে ধৰ্ম্মে ভবেৎ কীৰ্ত্তিৰিহ প্ৰেত্য চৈব সুখম্।

অৰ্থাৎ কালিৰ কৰিব লগীয়া কৰ্ম্ম আজিতে কৰিবা, ভাটিবেলাৰ কৰ্ম্ম আগা বেলাতে কৰিবা; যেহেতুক কোনো লোকৰ কৰ্ত্তব্য কৰ্ম্ম কিমান

কৰা হৈছে নাইবা কিমান কৰা হোৱা নাই, তাৰ নিমিত্তে মৃত্যুৱে প্ৰতীক্ষা নকৰে (বাট নাচায়)। কোনে জানে কাৰ আজিতে মৃত্যু উপস্থিত হব পাৰে? সেই দেখি যৌবন কালৰে পৰা ধৰ্ম্ম-শীল হব লাগে। যেহেতুক জীৱন নিশ্চয় অনিত্য (অস্থায়ী)। ধৰ্ম্ম-কাৰ্য্য কৰিলে ইহলোকত কীৰ্ত্তি আৰু পৰকালত সুখ লাভ হয়।

সেই হেতুকেই ঋষিসকলে কৈছে,—

অজৰামৰবৎ প্ৰাজ্ঞো বিদ্যামৰ্থঞ্চ চিন্তয়েৎ।
গৃহীত ইব কেশেষু মৃত্যুনা ধৰ্ম্মমাচৰেৎ॥

অৰ্থাৎ নিজক অজৰ আৰু অমৰ জ্ঞান কৰি জ্ঞানীলোকে বিদ্যা আৰু ধন উপাৰ্জ্জন কৰিব। কিন্তু মৃত্যুৱে চুলিত ধৰি আছে, এইদৰে ভাবি সততে ধৰ্ম্ম আচৰণ কৰিব।

এতেকে প্ৰত্যেক পিতা-মাতাই তেওঁলোকৰ পুত্ৰ-কন্যাসকলৰ অন্যান্য শিক্ষাৰ লগে লগে ধৰ্ম্ম শিক্ষা দিবলৈ যত্ন কৰা উচিত আৰু সিবিলাক যাতে সৰুকালৰে পৰা সদাচাৰী, ধৰ্ম্মশীল আৰু ধৰ্ম্ম কাৰ্য্যৰ প্ৰতি শ্ৰদ্ধাবান হয়, সেই বিষয়ে বিশেষভাবে মনোযোগ দিয়া উচিত। কিন্তু দুখৰ বিষয় এই যে,

বৰ্ত্তমান সময়ত আমাৰ সমাজৰ অধিকাংশ ডেকা স্ত্ৰী-পুৰুষৰ ভিতৰত নিয়মিতৰূপে কোনো প্ৰকাৰৰ ধৰ্ম্ম-চৰ্চ্চা বা ধৰ্ম্ম-কাৰ্য্যৰ অনুষ্ঠান নাই বুলিলেও অসত্য কোৱা নহব। অধিকাংশ লোকে ২৫।৩০ বছৰৰ পূৰ্ব্বে নাম-মন্ত্ৰ গ্ৰহণ কৰা দেখা নাযায়। ই বৰ দুখৰ বিষয়। অৱশ্যে যিসকল লোকে সৰ্ব্ব মন্ত্ৰ-সাৰ গায়ত্ৰীৰ আশ্ৰয় লয়, তেওঁলোকে এই ত্ৰুটিৰ হাত সাৰিব পাৰে। গতিকে ব্ৰাত্যোদ্ধাৰ নোহোৱা কলিতাসকলে উদ্ধাৰ হৈ গায়ত্ৰীৰ আশ্ৰয় লোৱা নিতান্ত বাঞ্ছনীয়।

## আধ্যাত্মিক জ্ঞানেই শ্ৰেষ্ঠ জ্ঞান।

গীতাত ভগবানে কৈছে,—

নহি জ্ঞানেন সদৃশং পবিত্ৰমিহ বিদ্যতে।

অৰ্থাৎ (তপস্যা আৰু যোগাদিৰ ভিতৰত) তত্ত্ব-জ্ঞানৰ সমান পবিত্ৰ অন্য একো নাই।

কিন্তু জ্ঞানী হওঁ বুলিলেই জ্ঞান আহি স্বতঃ উপস্থিত নহয়। তাৰ নিমিত্তে পুৰুষাৰ্থৰ প্ৰয়োজন। তাৰ নিমিত্তে স্বাধ্যায় অৰ্থাৎ বেদৰ অধ্যয়ন-

শ্ৰৱণাদিৰ আবশ্যক। আৰ্য্য ঋষিসকলে গৃহস্থা-শ্ৰমত প্ৰৱেশ কৰাৰ পূৰ্ব্বেই যাতে লোকে বেদৰ জ্ঞানেৰে গৰিমান্বিত আৰু আধ্যাত্মিক জ্ঞানৰ বলেৰে বলীয়ান হৈ সংসাৰ-সংগ্ৰামত বীৰৰ দৰে তিষ্ঠিব পাৰে তাৰ সুবন্দবস্ত কৰিহে গৃহস্থাশ্ৰমত প্ৰবেশ কৰি-বলৈ অনুমতি দিছিল শাস্ত্ৰে কৈছে,—

গৃহীত-বিদ্যো—কুৰ্য্যাদ্দাৰপৰিগ্ৰহম্।

বিদ্যা অৰ্থাৎ আধ্যাত্মিক জ্ঞান গ্ৰহণ কৰি উঠিহে বিবাহ কৰিবা।

সেই দেখিয়ে ব্ৰহ্মচৰ্য্য অৱলম্বন কৰি গুৰু-গৃহত গৈ সমগ্ৰ বেদ অধ্যয়ন কৰি তাৰ পিচত হে গৃহস্থাশ্ৰমত প্ৰবেশৰ আদেশ ঋষিসকলে দি গৈছে। শাস্ত্ৰে ভিয়াই ভিয়াই কৈছে,—

তপোবিশেষৈ ৰ্বিবিধৈ ৰ্ব্ৰতৈশ্চ বিধিচোদিতৈঃ।
বেদঃ কৃৎস্নোঽধিগন্তব্যঃ সৰহস্যো দ্বিজন্মনা॥

অৰ্থাৎ নানা প্ৰকাৰ তপবিশেষৰ দ্বাৰা আৰু বিধি-বোধিত বিবিধ প্ৰকাৰ ব্ৰতানুষ্ঠান কৰি উপনিষদৰে সৈতে সমগ্ৰ বেদ অধ্যয়ন কৰা দ্বিজাতি অৰ্থাৎ ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যসকলৰ একান্ত কৰ্ত্তব্য।

শাস্ত্ৰৰ এই স্পষ্ট আদেশ দ্বিজাতিসকলে কিমান দূৰ পালন কৰিছে, সেই বিষয় সমাজৰ নেতা-সকলে চিন্তা কৰি চোৱা উচিত । আজি কালিৰ দিনত বিবাহৰ পূৰ্ব্বেই যে যুবকসকলে বেদ বা ধৰ্ম্ম শাস্ত্ৰ চৰ্চ্চা কৰিব লাগে সেই বিষয়ে, ডেকাসকলে দূৰৈৰ কথা অভিভাবকসকলে কেতিয়াবা চিন্তা কৰে বুলি বিশ্বাস নহয় । আধুনিক শিক্ষা পদ্ধতিত বেদাধ্যয়নৰ বা ধৰ্ম্ম বিষয়ক শিক্ষাৰ কোনো স্থানেই নাই । আৰু অভিভাবকসকলেও স্কুল কলেজৰ ধৰ্ম্ম-শিক্ষাৰ ত্ৰুটি অন্য কোনো উপায়েৰে পূৰণ কৰিবলৈ যত্ন কৰা দেখা নাযায় । প্ৰকৃত পক্ষে বৰ্ত্তমান হিন্দু সমাজত গৃহস্থাশ্ৰমত প্ৰবেশ কৰাৰ পূৰ্ব্বেই যুবক সকলৰ বেদাধ্যয়ন বা ধৰ্ম্ম-শাস্ত্ৰ চৰ্চ্চাৰ কোনো বন্দবস্তই নাই । সমস্ত সমাজ কেৱল অৰ্থকৰী বিদ্যাতে ব্যস্ত হৈ আছে । সমাজৰ এনে অৱস্থা হোৱা, অত্যন্ত আক্ষেপৰ বিষয় ।

---

জ্ঞানৰ দ্বাৰা হে লোক জ্যেষ্ঠ বা শ্রেষ্ঠ হয়।
জাতি বা বয়সৰ দ্বাৰা নহয়।

মনুৱে কৈছে,—

ন হায়নৈ র্ন পলিতৈ র্ন বিত্তেন ন বন্ধুভিঃ।
ঋষয় শ্চক্রিৰে ধর্ম্মং যোহনূচানঃ স নো মহান্॥

অর্থাৎ বয়স, পকা চুলি, ধন নাইবা ডাঙৰ ডাঙৰ বংশৰ বহু বন্ধু বান্ধৱ থকাৰ পৰা লোক ডাঙৰ হব নোৱাৰে; ঋষিসকলে এই ধৰ্ম্ম নিয়ম সংস্থাপন কৰি গৈছে যে, 'যিজন সাঙ্গবেদবিৎ, আমালোকৰ মাজত তেওঁৱেই মহৎ পদ বাচ্য।'

ইয়াৰ সৰল তাৎপর্য্য এই যে, কোনো লোক চুলি-পকা বুঢ়া হলে, নাইবা অতুল সম্পত্তিৰ অধি-পতি হলে, নাইবা বৰ ডাঙৰ বংশৰ হলে, নাইবা বৰ ডাঙৰ ডাঙৰ বংশৰ সৈতে বিবাহাদিৰ দ্বাৰা সম্বন্ধ কৰিলে, নাইবা বহু আত্মীয়স্বজন থাকিলেও জ্ঞানী লোকৰ চকুত তেওঁ মহৎ বা ডাঙৰ হব নোৱাৰে। কিন্তু যিজন লোক বেদবিৎ অর্থাৎ আধ্যাত্মিক জ্ঞানৰ দ্বাৰা গৰীয়ান, জ্ঞানী লোকৰ মনত তেওঁহে প্রকৃত মহৎ লোক। কিন্তু দুখৰ বিষয়, বৰ্ত্তমান সমাজত মহৎ লোকৰ standard বা

বিচাৰৰ পদ্ধতি সম্পূৰ্ণৰূপে ইয়াৰ বিপৰীত হৈছে। এতিয়া জ্ঞানৰ দ্বাৰা বা চৰিত্ৰৰ দ্বাৰা মহৎ লোকৰ পৰীক্ষা কৰা প্ৰায় দেখা নাযায়। এতিয়া ধন আৰু ক্ষমতাৰ দ্বাৰাহে মহৎ লোক ধাৰ্য্য হয়। বৰ্ত্তমান কালত,—

"ধনেন বলবান সৰ্ব্বে ধনাদ্ভবতি পণ্ডিতঃ।"

অৰ্থাৎ ধনৰ দ্বাৰা সকলো বলবান, অইন কি ধন থাকিলে মূৰ্খ লোকও পণ্ডিত বুলি গ্ৰাহ্য হয়।

সেই দেখিয়েই আজি কালি 'মেম্বৰ' গোসাইয়ে 'ডাঙৰ গোসাই', ভাগবতী গোসাইৰ নাম লবৰ প্ৰায় প্ৰয়োজনেই নহয়।

মনুৱে ভিয়াই ভিয়াই কৈ গৈছে,—

ন তেন বৃদ্ধো ভবতি যেনাস্য পলিতং শিৰঃ।
যো বৈ যুবাপ্যধীয়ানস্তং দেবাঃ স্থবিৰং বিদুঃ॥

অৰ্থাৎ মূৰৰ চুলি পকিলেই যে মানুহ বুঢ়া (অৰ্থাৎ জ্যেষ্ঠ) হ'ল, তেনে নহয়; কিন্তু যিজন লোক বিদ্বান্ তেওঁ যুবা হলেও দেৱতাসকলে তেওঁক বৃদ্ধঃ (অৰ্থাৎ জ্যেষ্ঠ বা শ্ৰেষ্ঠ) বোলে।

কিন্তু অজ্ঞ অৰ্থাৎ জ্ঞান-হীন লোক বয়সত বুঢ়া হলেও জ্ঞানী লোকে তেওঁক বালকৰ

শ্ৰেণীত গণ্য কৰে। যেহেতুক—

'অজ্ঞং হি বাল মিত্যাহুঃ।"

অৰ্থাৎ অজ্ঞ লোকক বালক বোলা হয়।

বৰ্ত্তমান সময়ত আমাৰ কলিতা সমাজত বেদ বা ধৰ্ম্ম-শাস্ত্ৰৰ চৰ্চ্চা আশানুৰূপ হোৱা নাই। পুৰণি কালৰে পৰা ক্ষত্ৰিয়সকলে ধৰ্ম্ম-শাস্ত্ৰ-চৰ্চ্চাত প্ৰবল আসক্তি আৰু শাস্ত্ৰ-জ্ঞানত অত্যন্ত পাণ্ডিত্য দেখুৱাই আহিছে। বেদৰ আৰু অন্যান্য ধৰ্ম্ম-শাস্ত্ৰ চৰ্চ্চাৰ প্ৰতি অৱহেলা কৰা, কলিতা সকলৰ পক্ষে অত্যন্ত লাজৰ আৰু পৰিতাপৰ বিষয়। যি জাতিৰ লোকৰ ভিতৰত অধিক পৰিমাণে ধৰ্ম্ম-শাস্ত্ৰৰ চৰ্চ্চা আছে আৰু যি জাতিৰ ভিতৰত শাস্ত্ৰ-জ্ঞান সম্পন্ন সদা-চাৰবান লোকৰ সংখ্যা অধিক, সেই জাতিয়েই সমাজত শ্ৰেষ্ঠ বুলি সন্মানৰ যোগ্য হয়। আমি ক্ষত্ৰিয়, আমি অমুক ডাঙৰ বংশৰ লোক ইত্যাদি অভিমানসূচক কথা কৈ নিজে নিজে গৌৰৱ কৰি বহি থাকিলে নচলিব, ক্ষত্ৰিয়োচিত শাস্ত্ৰ-জ্ঞানেৰে গৰি-মান্বিত আৰু সদাচাৰৰ দ্বাৰা বিভূষিত হলেহে কলিতা সকলে লোকৰ আদৰ আৰু সন্মান লাভ কৰিব পাৰিব।

## দ্বিজাতিৰ পালনীয় সংস্কাৰ বিলাক নিৰৰ্থক . নহয়।

দ্বিজাতি সকলে তেওঁলোকৰ নিজ নিজ জাতিৰ পালনীয় সংস্কাৰ আৰু আচাৰ যত্নপূৰ্ব্বক পালন কৰা উচিত। মনুৱে কৈছে,—

বৈদিকৈঃ কৰ্ম্মভিঃ পুণ্যৈ নিষেকাদি দ্বিজন্মনাম্।
কাৰ্য্যঃ শৰীৰসংস্কাৰঃ পাবনঃ প্ৰেত্য চেহ চ।

অৰ্থাৎ বৈদিক পুণ্য কাৰ্য্যৰ দ্বাৰা দ্বিজাতি সকলৰ গৰ্ভাধানাদি শৰীৰ সংস্কাৰ কৰা কৰ্ত্তব্য। এই সকল বৈদিক সংস্কাৰে ইহকাল আৰু পৰকালত পবিত্ৰতা বিধান কৰে।

যাইকৈ উপনয়ন-সংস্কাৰ অতিশয় উপকাৰী সংস্কাৰ। যাজ্ঞবল্ক্যই এই বিষয়ে কৈছে,—

মাতু ৰ্যদগ্ৰে জায়ন্তে দ্বিতীয়ং মৌঞ্জীবন্ধনাৎ।
ব্ৰাহ্মণঃ ক্ষত্ৰিয় বিশ স্তস্মাদেতেদ্বিজাতয়ঃ ॥

অৰ্থাৎ মাতৃ-গৰ্ভৰ পৰা ভূমিষ্ঠ হৈ প্ৰথম জন্ম পায়, তাৰ পিছত মৌঞ্জীবন্ধন বা উপনয়ন গ্ৰহণ কৰাৰ পৰা দ্বিতীয় জন্ম লাভ কৰে,— সেই হেতুকে ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যসকলক 'দুবাৰ জন্মা' বা 'দ্বিজ' বা 'দ্বিজাতি' বোলা হয়।

ইয়াৰ তাৎপৰ্য্য এই যে, উপনয়ন সংস্কাৰ নোহোৱা পৰ্য্যন্ত মাতৃ-গৰ্ভৰ পৰা জন্ম লভি সূৰ্য্যৰ পোহৰ পোৱা যায় সত্য, কিন্তু জ্ঞানৰ দুৱাৰ মুক্ত নোহোৱাৰ বাবে অৰ্থাৎ পবিত্ৰ গায়ত্ৰী আৰু বেদত অধিকাৰ নজন্মাৰ বাবে আধ্যাত্মিক জ্ঞানৰ পোহৰ লাভ কৰিব নোৱাৰা হেতুকে লোক গৰ্ভৰ অন্ধকাৰত থকাৰ সদৃশ হয় আৰু উপনয়ন হৈ গ'লে আধ্যাত্মিক জ্ঞানৰ পোহৰ পাই দ্বিতীয় বাৰ জন্ম পোৱাৰ তুল্য হয়।

কেৱল হিন্দুজাতিৰ ভিতৰতহে যে সংস্কাৰৰ ব্যৱস্থা আছে, তেনে নহয়। সকলো ধৰ্ম্মৰ লোকৰ ভিতৰত কম-বেছি-ভাবে কোনো নে কোনো ৰকমৰ সংস্কাৰৰ বিধান বৰ্ত্তমান আছে। আৰু সকলো জাতিৰ লোকে সংস্কাৰ-বিহীন লোকক ঘৃণা কৰে।

আমাৰ কলিতা সমাজত ক্ষত্ৰিয়োচিত আচাৰ আৰু সংস্কাৰ পালন কৰাত ঠাইয়ে ঠাইয়ে কিছু-পৰিমাণে শিথিলতা দেখা যায়। আমি আশা কৰোঁ আমাৰ সমাজৰ নেতাসকলে এই বিষয়ে চিন্তা কৰি চাব; আৰু এই ত্ৰুটি দূৰ কৰিবলৈ যত্ন কৰিব।

---

## ক্ষত্রিয়র লক্ষণ কি ?

কেৱল উপবীত গ্ৰহণ. কৰি, ক্ষত্রিয় দেখি নিজক অন্যতকৈ শ্ৰেষ্ঠ জ্ঞান কৰিবলৈ ব্ৰাত্য প্ৰায়শ্চিত্ত হোৱা, কোনো কলিতাৰ উদ্দেশ্য হোৱা উচিত নহয়। উপনীত হৈ ক্ষত্ৰিয়ৰ সংস্কাৰ আৰু আচাৰ পালন কৰি হৃদয়ত ক্ষত্ৰিয়ৰ লক্ষণবিলাক প্ৰস্ফুটিত কৰা আৰু সদাচাৰবান হৈ ধৰ্ম্ম-শাস্ত্ৰ-চৰ্চ্চা প্ৰভৃতিৰ দ্বাৰা আধ্যাত্মিক জ্ঞান লভি ভগবানৰ প্ৰতি ভক্তি অনুশীলন কৰাহে তেওঁলোকৰ উদ্দেশ্য হোৱা উচিত। হৃদয়ত ক্ষত্ৰিয়ৰ ভাববিলাক প্ৰস্ফুটিত কৰিবলৈ যত্ন নকৰিলে, ক্ষত্ৰিয় বোলা বৃথা। গীতাত ক্ষত্ৰিয়ৰ লক্ষণ নিৰ্ণয় কৰিছে,—

শৌৰ্য্যং তেজো ধৃতি র্দাক্ষ্যং যুদ্ধে চাপ্যপলায়নম্।
দান মীশ্বৰ-ভাবশ্চ ক্ষাত্ৰকৰ্ম্ম স্বভাবজম্॥

অৰ্থাৎ শৌৰ্য্য (পৰাক্ৰম), তেজ (বীৰ্য্য), ধৃতি (ধৈৰ্য্য), দক্ষতা (নিপুণতা), মৃত্যুলৈ ভয় নকৰি যুদ্ধত পলায়ন নকৰা, দান (উদাৰতা) ঈশ্বৰ-ভাৱ (প্ৰভুত্ব-ভাৱ)—এইসকল কৰ্ম্ম ক্ষত্ৰিয়ৰ স্বভাৱ সিদ্ধ।

শৌর্য্য, বীর্য্য, প্রভু-ভাব, নিপুণতা, দান।
যুদ্ধত দৃঢ়তা, ধৈর্য্য ক্ষত্রিয়-লক্ষণ ॥—গীতা।

মনুৱে কৈছে,—

বিপ্রাণাং জ্ঞানতো জ্যৈষ্ঠং ক্ষত্রিয়ানান্তু বীর্য্যতঃ।
বৈশ্যানাং ধান্য-ধনতঃ শূদ্রাণামেব জন্মতঃ ॥

অর্থাৎ জ্ঞানৰ ওপৰত ব্ৰাহ্মণসকলৰ, বীর্য্য অর্থাৎ সাহস আৰু পৰাক্রমৰ ওপৰত ক্ষত্রিয় সকলৰ, ধন-ধান্যৰ ওপৰত বৈশ্যসকলৰ আৰু কেৱল বয়সৰ ওপৰত শূদ্ৰসকলৰ জ্যেষ্ঠত্ব নির্ভৰ কৰে।

মহানির্ব্বাণ তন্ত্রত লিখিছে,—

ন বিভেতি ৰণাৎ যো বৈ সংগ্রামেঽপ্যপৰাঙ্মুখঃ।
ধৰ্ম্ম-যুদ্ধে মৃতোঽপিবা তেন লোকত্ৰয়ং জিতম্ ॥

অর্থাৎ যিজনে ধৰ্ম্ম-যুদ্ধত ভীত নহয়, ধৰ্ম্ম-যুদ্ধলৈ পৰাঙ্মুখ নহয়, তেনে লোক যুদ্ধত মৃত হলেও তেওঁ ত্ৰিভুবন জয় কৰিছে।

## জাতীয় উত্থান আৰু পতন—
## জাতিৰ আপোন ইচ্ছাধীন।

কোনো মানুহে যেনেকৈ নিজ পুৰুষার্থ, উত্তম আৰু সাহসৰ বলত সামান্য অৱস্থাৰ পৰা সমাজত

অতি উচ্চ আসনলৈ উঠে আৰু আন এজনে যিদৰে অলসতা, পুৰুষাৰ্থৰ অভাব আৰু ভীৰুতাৰ পৰা উচ্চ বংশত জন্মিও সমাজত নিম্নস্তৰত স্থান পায় গৈ; সেইদৰে একোটি জাতিৰো সমাজত উত্থান বা পতন হয়। কেতিয়াবা কেতিয়াবা একেটি জাতিকে যে আমি এঠাইত উচ্চ আসনত আৰু অন্য এঠাইত নিম্ন আসনত সমাজে স্থান দিয়া দেখোঁ, তাৰে পৰাই এই কথা সুন্দৰৰূপে প্ৰমাণিত হয়। মনুৰ কথাৰ পৰাও সেই একে সত্যকে পোৱা যায়। মনুসংহিতাত কৈছে,—

তপোবীজপ্ৰভাবৈস্তু তে গচ্ছন্তি যুগে যুগে।
উৎকৰ্ষঞ্চাপকৰ্ষঞ্চ মনুষ্যেষ্বিহজন্মতঃ ॥

ইয়াৰ তাৎপৰ্য্য এই যে, যুগে যুগে জাতিবোৰে তপস্যাৰ প্ৰভাৱত অৰ্থাৎ পুৰুষাৰ্থৰ বলত আৰু বীজোৎকৰ্ষ হেতুকে এই জন্মতে মনুষ্যৰ মাজত উৎকৰ্ষতা প্ৰাপ্ত হয় অৰ্থাৎ ওপৰলৈ উঠি যায়; আৰু তপস্যাদিৰ অভাৱত সেইদৰে অপকৰ্ষতাও প্ৰাপ্ত হয় অৰ্থাৎ তললৈ নামি যায়।

---

## নিজ জাতিৰ উন্নতিৰ অৰ্থে যত্ন কৰা প্ৰত্যেকৰ কৰ্ত্তব্য।

হিন্দুসমাজ অসংখ্য সৰু সৰু জাতিৰ দ্বাৰা গঠিত। সকলো জাতিৰ লোকে মিলি একযোগে সকলো জাতিৰে উন্নতি সাধন কৰা অসম্ভব নহলেও, বৰ উজু নহয়। সেই দেখি প্ৰত্যেকে নিজ নিজ জাতিৰ আৰ্থিক, দৈহিক, সামাজিক, নৈতিক আৰু আধ্যাত্মিক উন্নতিৰ বাবে যত্ন কৰা উচিত। তাকে কৰিলে সমুদায় হিন্দু সমাজৰ উন্নতি কৰা হব। কোনো এখন গাওঁৰ প্ৰতিঘৰ গিৰিয়ে নিজ নিজ ঘৰ দুৱাৰ পৰিষ্কাৰ আৰু ধুনীয়া কৰিবলৈ যত্ন কৰিলে শেষত গোটেই খন গাওঁ সহজতে পৰিষ্কাৰ আৰু ধুনীয়া হয় গৈ। সেই দৰে হিন্দুসমাজৰ বিভিন্ন জাতি বিলাকে নিজ নিজ জাতিৰ উন্নতি কৰিবলৈ যত্ন কৰিলে শেষত সমুদায় হিন্দুসমাজৰে উন্নতি হব গৈ বুলি আশা কৰিব পাৰি। বিশেষতঃ হিন্দুসমাজত কোনো এক জাতিয়ে অন্য কোনো জাতিৰ উন্নতিৰ নিমিত্তে স্বতঃ প্ৰবৃত্ত হৈ যত্ন কৰা প্ৰায় সচৰাচৰ দেখা নাযায়। গতিকে সীতা দেবীয়ে

হনুমানক লেজৰ জুই নিজ মুখেৰে নুমাবলৈ দিয়া পৰামৰ্শ অনুসৰণ কৰি প্ৰত্যেক জাতিয়ে নিজ জাতিৰ কল্যাণৰ অৰ্থে যত্ন কৰা উচিত।

## জাতীয় উন্নতি কি ?

নিজ জাতিটো অন্য জাতি বা অমুক অমুক জাতিতকৈ শ্ৰেষ্ঠ তাকে দেখুৱাবলৈ যত্ন কৰাকে জাতিৰ উন্নতি কৰা বুলিব নোৱাৰি। সমাজৰ পৰা কন্যাপণগ্ৰহণ, ভাং আফিং মদ চুৰত আদি মাদক দ্ৰব্য খোৱা, চুলে চুৱা-যোৱা, মিছা-সাক্ষী কোৱা, চুৰি কৰা, জাল কৰা প্ৰভৃতি নৈতিক অধাচাৰ দূৰ কৰি সমাজৰ লোকক সদাচাৰ-প্ৰিয়, সংস্কাৰবান, সত্যপৰায়ণ, নিৰ্ভীক, শাৰীৰিক তেজেৰে বলীয়ান, আধ্যাত্মিক জ্ঞানেৰে গৰিমান্বিত—আৰু ভগবানৰ প্ৰতি ভক্তিশীল কৰিবলৈ যত্ন কৰাকে জাতিৰ প্ৰকৃত উন্নতি কৰা বোলা যায়।

প্ৰত্যেক লোকে নিজ জাতিৰ উত্তৰোত্তৰ উন্নতিৰ বাবে যত্ন কৰিব লাগে,—নিজ জাতিৰ ইহকাল

আৰু পৰকালৰ কল্যাণৰ অৰ্থে,—কিন্তু মোৰ জাতিটো সবাতকৈ শ্ৰেষ্ঠ, আমি অমুক অমুক জাতিৰ সৈতে সংসৰ্গ নকৰোঁ—ইত্যাদি প্ৰকাৰে অহঙ্কাৰ কৰিবলৈ নহয়। যিজনে অন্যতকৈ নিজক শ্ৰেষ্ঠ দেখুৱাবলৈ ধৰ্ম্ম-কাৰ্য্য কৰে, তেওঁক প্ৰকৃত ধাৰ্ম্মিক বুলিব নোৱাৰি, তেওঁক ধৰ্ম্ম-ধ্বজ হে বোলা যায়। কাৰণ তেওঁ ভণ্ড। কিন্তু যিজনে লোকে যিকি নকওক, এই কাৰ্য্যটো মোৰ কৰ্ত্তব্য, সেই দেখি কৰোঁ, এই বোধৰ বশবৰ্ত্তী হৈ ধৰ্ম্ম-কাৰ্য্য কৰে তেওঁহে প্ৰকৃত ধাৰ্ম্মিক।

## আমাৰ অনুৰোধ।

মনুষ্য জীৱন লাভ কৰি আৰু হিন্দু সমাজত জন্মি কি পাৰমাণে আমি আধ্যাত্মিক মঙ্গলৰ অৰ্থে যত্ন কৰিব ধৰিছোঁ, আৰু আমাৰ সমাজৰ ভবিষ্যৎ আশাৰ স্থল আমাৰ জাতিৰ পুত্ৰ-কন্যাসকলৰ ধৰ্ম্ম-বিষয়ক শিক্ষাৰ কি ব্যৱস্থা কৰিব ধৰিছোঁ,—সেই বিষয়ে আমাৰ কলিতা সমাজৰ নেতাসকলক

চিন্তা কৰি চাবলৈ আমি অনুৰোধ কৰোঁ। আমাৰ মতে আমি এতিয়ালৈকে গতানুগতিক হিচাবে উটি অহা জঁাজিৰ দৰে সময়ৰ সোঁতে যিফালে ঠেলি নিছে সেইফালে ভাহি গৈছোঁ। সমাজত আমি কোন, আমাৰ কৰ্ত্তব্য কি, আমাৰ সামাজিক, আৰ্থিক, দৈহিক, নৈতিক আৰু আধ্যাত্মিক অবস্থা কিৰূপ হৈছে, নাইবা কেনে হোৱা উচিত আছিল ইত্যাদি প্ৰশ্ন আমাৰ মনত উদয় নহয়। আমি নিজ নিজ ব্যক্তিগত স্বাৰ্থ লৈ ব্যস্ত। সামাজিক কল্যাণৰ অৰ্থে চিন্তা কৰা বিষয়ে আমি সম্পূৰ্ণ উদাসীন। আমি কেৱল অলপ ইংৰাজী শিক্ষা লাভ কৰি চাকৰি কৰি নাইবা অন্য কোনো উপায়ে ধন ঘটিব পাৰিলেই আমাৰ কৰ্ত্তব্যৰ ওৰ পৰে বুলি ভাবোঁ। কিন্তু মনুষ্য জাতিৰ আধ্যাত্মিক উন্নতিৰ সুবিধাৰ অৰ্থে ভগবানৰ ইঙ্গিতত যে সমাজৰ সৃষ্টি, এই চিন্তা আমাৰ মনত উদয় নহয়। আমি জনা উচিত যে, সমাজৰ অৱস্থা ঠিক নাথাকিলে সমাজৰ লোক সকলৰ পক্ষে আধ্যাত্মিক জীৱন সুচাৰু-ৰূপে যাপন কৰা সুকঠিন হৈ উঠে। গতিকে নিজ মঙ্গলৰ অৰ্থেই হওক নাইবা সমাজৰ হিতৰ বাবেই হওক

প্ৰত্যেক জনা-বুজা লোকে তেওঁ যি সমাজত জন্মে সেই সমাজৰ উন্নতিৰ অৰ্থে পুৰুষাৰ্থ কৰা কৰ্ত্তব্য ।

শেষ কথা, এই ক্ষুদ্ৰ পুথিখনিৰ পৰা অসমৰ কলিতা সমাজৰ যৎকিঞ্চিৎ উপকাৰ হব পাৰে, এই আশাতে এই পুথি সংগ্ৰহ কৰা হৈছে । আমাৰ বিনীত অনুৰোধ এই, যেন কলিতা সমাজৰ লোকসকলে লিখকৰ বুদ্ধিমত্তাৰ বিষয় উপেক্ষা কৰি এই পুথিত প্ৰস্তাৱ কৰা কথাবিলাক বিশেষ ভাৱে চিন্তা কৰি চাব আৰু নিজ নিজ সুযোগ আৰু অভিৰুচি অনুসাৰে কলিতা সমাজৰ সামাজিক, আৰ্থিক, দৈহিক, নৈতিক আৰু আধ্যাত্মিক— যি কোনো বিষয়ে পাৰে—সাধ্যানুসাৰে হিত সাধন কৰিবলৈ যত্ন কৰিব ।

———:*:———

সমাপ্ত ।